# মোৰ দৃষ্টিত ভাৰত আৰু নেপাল

দেবেন্দ্ৰ নাথ বৰঠাকুৰ



প্ৰকাশিকা
শ্ৰীমতী বিন্দুবালা বৰঠাকুৰ
কৈলাশ নগৰ, হজৰাপাৰ
তেজপুৰ

প্ৰথম প্ৰকাশ
বিজয়া দশমী
১২ আহিন (২৯ ছেপ্তেম্বৰ '৯০)

দাম—
১২·০০ টকা

বেটুপাত—
পঙ্কজ দেৱচৌধুৰী

ছপা—
বাণী প্ৰিণ্টাৰ্ছ
ৰাজগড়, গুৱাহাটী-৭

## উছর্গা

মোৰ পৰম আৰাধ্য পিতৃ ৺ সিদ্ধেশ্বৰ দেৱশৰ্ম্মা বৰঠাকুৰৰ
পবিত্ৰ স্মৃতিত মোৰ নিঃকিন প্ৰচেষ্টাৰ
মূৰ্ত্তৰূপ
"মোৰ দৃষ্টিত ভাৰত আৰু নেপাল"
আগবঢ়ালো

— লিখক



# অভিমত

( ১ )

সাহিত্যৰ বিভিন্ন বিভাগৰ ভিতৰত ভ্ৰমণ কাহিনী এক উপাদেয় সাহিত্য। আমাৰ চুবুৰীয়া বাংলা সাহিত্যকে ধৰি ভাৰতৰ প্ৰান্তীয় সাহিত্যত অলেখ ভ্ৰমণ কাহিনী ওলাইছে। অসমীয়া সাহিত্যও এই বিষয়ত পিছ পৰি থকা নাই। হেম বৰুৱা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° পঙ্কুল্ল দত্ত গোস্বামী, ড° অমলেন্দু গুহ, শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আদিয়ে ভ্ৰমণ বিষয়ক নানা কিতাপ লেখি আমাৰ সাহিত্য সমৃদ্ধ কৰিছে। অৱশ্যে তেখেতসকলে ভাৰতৰ বাহিৰৰ দেশকেইখন মানৰ বিষয়ে প্ৰধানতঃ আলোচনা কৰিছে। বৈচিত্ৰময় ভাৰতৰ বিষয়েও আমাৰ ভাষাত কিতাপ নোলোৱাকৈ থকা নাই। কিন্তু যিমান সংখ্যক ওলাব লাগিছিল ওলোৱা নাই। ভাৰতৰ ভিন ভিন ৰাজ্যকলৈয়ো সুকীয়া সুকীয়াকৈ ভ্ৰমণ কাহিনী লেখিব পাৰি। এই প্ৰসংগত শংকু মহাৰাজৰ বিখ্যাত "অমৰাৱতী অসম"ৰ কথাই উল্লেখ কৰিব পাৰি।

শ্ৰীযুত দেবেন্দ্ৰ নাথ বৰঠাকুৰৰ তেখেতৰ এই গ্ৰন্থত ভাৰতৰ প্ৰায় সকলো ঠাইৰে বৰ্ণনা দিছে। কেতিয়াবা একে ঠাইলৈকে তেখেত কেবাবাৰো গৈছে। নোচোৱা ঠাই চাবলৈ, নজনাক জানিবলৈ তেখেতৰ প্ৰবল হাবিয়াহ। এই হাবিয়াহ বা হাবিলাষৰ যেন অন্ত নাই। দেশভ্ৰমণৰ সাৰ্থকতাও সেইখিনিতেই। শৈশৱতে তেখেতৰ অন্তৰত এই ভাবে ঠাই লয়। প্ৰাথমিক মহলাত উত্তীৰ্ণ হৈ মনোমুগ্ধকৰ তেজপুৰত পঢ়িবলৈ যোৱা কাহিনীৰে তেখেতৰ –"মোৰ দৃষ্টিত ভাৰত আৰু নেপাল"ৰ কথাবস্তু আগুৱাই নিয়া হৈছে। চাইকেলেৰে উজনি অসম ভ্ৰমণ কৰি নানা অভিজ্ঞতা সঞ্চয় কৰাৰ পিছত তেখেতে ভাৰত ভ্ৰমণৰ অভিযান চলায়। উত্তৰ ভাৰতৰ, দক্ষিণ ভাৰতৰ উপৰিও তেখেত আমাৰ চুবুৰীয়া ৰাষ্ট্ৰ নেপাললৈ গৈছে। ঘাইকৈ এই ঠাই বিলাকৰ বিভিন্ন মঠ-মন্দিৰ পৰিদৰ্শন কৰি তেখেতে প্ৰত্যেকৰে একোটি

ইতিবৃত্ত দাঙি ধৰিছে। তদুপৰি সেই সেই ঠাইৰ জনসাধাৰণৰ জীৱন ধাৰণৰ প্ৰণালীৰ আভাস দিয়াৰ লগতে ভ্ৰমণ কালত পোৱা নানা অভিজ্ঞতা এই পুথিত লিপিবদ্ধ কৰিছে। এনে কৰাত গ্ৰন্থখন সুখ-পাঠ্য হৈছে। তেখেতৰ ভাষাও সহজ-সৰল।

আনহাতে তেখেতৰ জীৱন-সংগী শ্ৰীমতী বিন্দুবালা বৰঠাকুৰে অনবৰত ছাটোৰ দৰে লাগি থাকেই। ভ্ৰমণ কালতো লগতে আছে। পণ্ডিত নেহৰুৱে কোৱাৰ দৰে—"প্ৰতিজন সাৰ্থক পুৰুষৰ আঁৰত একো-গৰাকী সুৰুচিসম্পন্ন আৰু নিপুণা স্ত্ৰীৰ প্ৰয়োজন।" বৰঠাকুৰদেৱকো তেখেতৰ স্ত্ৰীয়ে প্ৰতিক্ষেত্ৰতে আৰু ভ্ৰমণ কালতো নানা দিহা পৰামৰ্শ দি উৎসাহিত কৰিছে। সময়ত আকৌ তেখেতে পো-বোৱাৰী, নাতি হঁতকো লগত লৈ ভ্ৰমণ কৰি অপাৰ্থিব আনন্দ লাভ কৰিছে।

ভাৰত ভ্ৰমণ বিষয়ক হাত-পুথি হিচাবে এইখন এখন লাগতীয়াল পুথি হৈছে। আমাৰ ভাষাত এনে পুথিৰ সংখ্যা বৰ কম। তেখেতৰ চেষ্টা সাৰ্থক হৈছে।

লামডিং উপেন্দ্ৰ বৰকটকী

২১ আগষ্ট '৯০

# অভিমত

( ২ )

চাহ বাগিছাৰ চাকৰি কৰিও তেজপুৰ দক্ষিণ হজৰাপাৰৰ ( অতীজত জামুগুৰিহাটৰ ) মাধৱ গাঁৱৰ শ্ৰীদেবেন্দ্ৰ নাথ বৰঠাকুৰদেৱৰ বহল দৃষ্টিভঙ্গী আৰু উদাৰ মানসিকতা তেখেতৰ সান্নিধ্যত থকাজনেহে উপলব্ধি কৰিব পাৰিব। সুন্দৰ, সুঠাম চেহেৰাৰ এই ব্যক্তিজনৰ পাণ্ডিত্য গুণৰ তুলনাত তেখেতৰ বিদ্যালয়ৰ শিক্ষা একেবাৰে কম, সংস্কৃত পণ্ডিত নহলেও বৈদিক কৰ্ম আৰু সুদক্ষ পূজাৰী হিচাবে শ্ৰীবৰঠাকুৰৰ খ্যাতি অপৰিসীম। এক বৈবাহিক সম্বন্ধেৰে তেখেত আমাৰ পৰিয়ালৰ এজন পৰম আত্মীয় হৈ পৰে। তেখেতৰ ব্যক্তিত্বক মই পৰম শ্ৰদ্ধা কৰো। সৰু ডাঙৰ ল'ৰা-ছোৱালীৰ প্ৰতি তেখেতৰ ব্যৱহাৰত মোৰ মুৰ দোঁ খাই যায়।

শ্ৰদ্ধেয় বৰঠাকুৰ 'দহ ঠাই ফুৰে যি দহ কথা শিকে সি।' ফকৰা ফাকিৰ সাৰ্থক ৰূপায়ণ কৰিছে। এতিয়াও তেখেতে ফুৰাৰ মন এটা লৈ ফুৰে। অন্যহাতেদি ঘৰুৱা কাৰবাৰতো পৰিয়ালক বিস্তৰ সহায় কৰে। শ্ৰীবৰঠাকুৰে ভাৰতবৰ্ষ, নেপালকে ধৰি প্ৰায়বোৰ ঠাই ফুৰিছে। তাৰেই জন্ম এই ভ্ৰমণকাহিনী। বহু দিনৰ পৰাই শ্ৰীবৰঠাকুৰে পাণ্ডুলিপিটো তৈয়াৰ কৰি মোক চাবলৈ দিয়ে। অৱশ্যে পাণ্ডুলিপি চাব পৰা কি যোগ্যতা শ্ৰীবৰঠাকুৰে পাইছে সেইটো তেখেতৰ বিচাৰ্য্য। বৰ্ণনা বিস্তৃত হৈছে—তদুপৰি তেখেতে কিছুমান বস্তুৰ বহল ব্যাখ্যা দিয়াত পঢ়ুৱৈ সমাজ বিশেষভাৱে উপকৃত হব। অন্যহাতেদি কিতাপখন পথ প্ৰদৰ্শকৰ নিচিনা হৈছে। এইখন হাতত থাকিলে ভাৰতবৰ্ষ বা নেপাল ফুৰাত যথেষ্ট সহায়ক হব। বিশেষকৈ তীৰ্থস্থানসমূহৰ মঠ-মন্দিৰৰ ঐতিহ্যবো বিশদ বিৱৰণ আছে। উদাহৰণস্বৰূপে কাশ্মীৰৰ ক'ত ৰবী চিনেমাৰ শুটিং (দৃশ্য গ্ৰহণ) লোৱা হৈছিল, অমৃতসৰৰ স্বৰ্ণমন্দিৰৰ বিৱৰণ ভেঙ্কটেশ্বৰ মন্দিৰৰ গূঢ়াৰ্থ, ইলিংগবাগৰ বৰ্ণনা, কন্যাকুমাৰীৰ বুৰঞ্জী স্বামী বিবেকানন্দ ৰক'ৰ বৰ্ণনা, ৰামেশ্বৰম্ মন্দিৰৰ বুৰঞ্জী, লালকিল্লাৰ বৰ্ণনা, লাইট এণ্ড চাউণ্ডৰ বৰ্ণনা আদি বিশেষভাৱে মন কৰিবলগীয়া।

মই ভাবো এই কিতাপখনৰ দ্বাৰা সৰু ডাঙৰ ছাত্ৰ-ছাত্ৰীসকলো বিশেষভাৱে উপকৃত হব।

শেষত শ্ৰীবৰঠাকুৰলৈ মোৰ কৃতজ্ঞতা জনাই সামৰিলো।

আমতল বৰী ( হেলেম )
৫/৯/'৮৮

শ্ৰীসুৰেশ চন্দ্ৰ বৰঠাকুৰ

# লেখকৰ একাষাৰ

কাৰাবাস সদৃশ চাহ বাগিছাৰ চাকৰি কৰিও দেশ চোৱাৰ দুৰ্বাৰ হেঁপাহ এৰাব নোৱাৰি বছেৰেকীয়া ছুটী পালেই ভাৰতবৰ্ষৰ বিভিন্ন ঠাইলৈ ফুৰিবলৈ গৈছিলো। এইক্ষেত্ৰত মোৰ সহধৰ্মিনী শ্ৰীমতী বিন্দুবালা বৰঠাকুৰে মোক যথেষ্ট উৎসাহ যোগাইছিল। অৱসৰ গ্ৰহণৰ পাছতো অৱসাদময় জীৱনৰ সঙ্কীৰ্ণতা ৰক্ষাৰ কাৰণেও ফুৰাৰ স্পৃহা কমা নাছিল। মোৰ ভ্ৰমণৰ অভিজ্ঞতাসমূহ কিৰূপ আকাৰে পঢ়ুৱৈ সমাজৰ ওচৰত দাঙি ধৰাৰ মানসেৰে এই ভ্ৰমণ কাহিনী ৰচিলো। মই সাহিত্যিক নহওঁ। কিন্তু লিখাৰ মন এটা আছে। মই পৰিব্ৰাজক নহয়। কিন্তু ঠাইবিলাক চোৱাৰ এটা হেঁপাহ আছে। মই শিক্ষাবিদ নহওঁ কিন্তু মোৰ এটা অনুসন্ধিৎসু মন আছে। ভাব-ভাষা মোৰ একো নাই। মই মাত্ৰ মনৰ কথাবোৰ প্ৰকাশ কৰিছো। মোৰ এই উৎসাহ উদ্দীপনাক পঢ়ুৱৈসকলে কি ধৰণে স্বীকৃতি দিয়ে সেইটো সেইসকলৰ কথা। বহুক্ষেত্ৰত মোৰ ব্যক্তিগত কথাও সুমুৱাবলৈ বাধ্য হৈছো। লগতে কিছু অতিৰিক্ত কথাও সংযোজন কৰি লোৱা হৈছে। মোৰ লিখা তেতিয়াহে সাৰ্থক হব যি মুহূৰ্তত পঢ়ুৱৈ সমাজে আদৰেৰে কিতাপখন হাতত তুলি লোৱা দেখিবলৈ পাম। কিতাপখন লিখি উলিওৱাত যিসকল সদাশয় ব্যক্তিয়ে মোক সহায় কৰিলে তেখেতসকলৰ ওচৰত মই কৃতজ্ঞ। বিশেষ কৰি শ্বহীদ মুকুন্দ কাকতি উচ্চ মাধ্যমিক বিদ্যালয়ৰ সহকাৰী প্ৰধান শিক্ষক শ্ৰীসুৰেশ চন্দ্ৰ বৰঠাকুৰে তেখেতৰ বহুমূলীয়া সময় খৰছ কৰি অন্তঃকৰণেৰে চকু ফুৰাই প্ৰয়োজন বোধে সংযোজন শুদ্ধ কৰি দিয়াৰ কাৰণে আন্তৰিক ধন্যবাদ জনালো।

উল্লেখযোগ্য যে শ্ৰীবৰঠাকুৰ কেইবাখনো পাঠ্যপুথিৰ প্ৰণেতা, ভালে-গিনি আলোচনী স্মৃতিগ্ৰন্থৰ সম্পাদক, প্ৰবন্ধপাতিৰ লেখক আৰু ভালেকিটা ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক সংগঠনৰ লগত জড়িত। অসম আন্দোলনৰ এগৰাকী নিৰ্য্যাতিত সাংবাদিক হিচাবে তেঁখেত বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ দ্বাৰা সন্মানিত ব্যক্তি।

কিতাপখন চকু ফুৰাই চোৱা লামডিং কলেজৰ অধ্যক্ষ শ্ৰীমান উপেন বৰকটকীলৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল। লগতে প্ৰতিলিপিৰ ভুল শুদ্ধ চাই দিয়া বাবে শ্ৰীকামাখ্যা সভাপণ্ডিতক মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

অতি যত্ন সহকাৰে অতি কম দিনৰ ভিতৰতে কিতাপখন ছপা কৰি উলিয়াই দিয়া বাবে বাণী প্ৰিণ্টাৰ্ছৰ গৰাকী আৰু কৰ্ম্মীবৃন্দলৈ মোৰ আন্তৰিক শলাগ ল'ল। ইতি

শ্ৰীদেৱেন্দ্ৰনাথ বৰঠাকুৰ

দক্ষিণ হজৰাপাৰ
কৈলাশ নগৰ, তেজপুৰ

## তেজপুৰ

১৯২৭ চন। মোৰ বয়স বাৰ বছৰ। সেই বছৰৰ শেষ মাহতেই মই এল পি স্কুলৰ চতুৰ্থমান শ্ৰেণীৰ পৰা বৃত্তি পৰীক্ষা দিয়াৰ কাৰণে বাছনিত উত্তীৰ্ণ হলো। বৃত্তি ধৰিব পাৰিলেই মাহে তিনি টকাকৈ চৰকাৰৰ পৰা জলপানী পাম আৰু মধ্য ইংৰাজী স্কুলৰ ষষ্ঠমান শ্ৰেণীলৈকে মাচুল ফেৰাও নেলাগে। তেজপুৰ চহৰ দেখিম, ফুৰিম, সেইটো আছিল মোৰ মাহে তিনি টকা পোৱাতকৈও বেছি হেঁপাহৰ।

লাহে লাহে তেজপুৰ চহৰ দেখা পোৱা শুভ মুহূৰ্তটো আহি পৰিল। নৱেম্বৰ মাহৰ কি তাৰিখ মোৰ মনত একেবাৰেই নাই। পৰীক্ষালৈ মাত্ৰ মাজত দুটা দিন বাকী আছে। মায়ে মোৰ কাপোৰ-কানি কেইভোখৰ ধুই-পখালি দেউতাৰ চাইকেলৰ বেগটোত ভৰালে, লগতে দিলে চিৰা-পিঠা আৰু তিনি সেৰমান মিহি চাউল। তেজপুৰত থাকিমগৈ চৰকাৰী ঘৰত। চৰকাৰী হাইস্কুলৰ বোর্ডিং চুপাৰিণ্টেণ্ডেণ্ট ৺পূৰ্ণকান্ত বৰকটকীদেৱ মোৰ সম্বন্ধীয় ককাদেউতা হয়। তেখেতৰ লগতে পৰীক্ষাৰ চাৰিদিন থকা-মেলাৰ ঠিক কৰিছিল। শুভক্ষণ চাই মায়ে ৰান্ধি দিয়া ভাত কেইটা খাই পুৱাৰ ভাগতে দেউতাৰ চাইকেলখনৰ আগত বহি লৈ তেজপুৰ যাত্ৰা আৰম্ভ কৰিলো। সেই সময়ত ৰাস্তা বুলিলে মৰুভূমিৰ মাজেৰে যোৱা যেনহে লাগিছিল। জামুগুৰিৰ ঘৰৰ পৰা চকিঘাট হৈ তেজপুৰৰ দূৰত্ব মাত্ৰ বাৰ মাইলহে। এটামান বজাত জাম্বা ভৰলী নাও যোগে পাৰ হৈ আমি চাৰিটামান বজাত তেজপুৰ চহৰ সোমালো। দেউতাই মোক চাইকেলৰ ওপৰৰ পৰাই পগলা মানুহৰ চিকিৎসালয়খন দেখুৱাই দিলে। মই বৰ মনোযোগ দি পগলা মানুহবিলাক কোনাকালে

জাহাজ নোহোৱাকৈ বতোৱা পক্ষী যেতিয়াখন চালো আৰু লগতে দেখি-বলৈ পালো কেইজনমান কপীয়া মানুহ দুৱাৰ মুখেদি অলপ ঠেলা-হেঁচা কৰি দুজন কৰীয়াই সুমুৱাইছে। আকৌ কিছু দূৰ গৈয়েই দেখিলো বৰ জেইলখন। সেউ গাই মোক বুজাই দিছিল তাৰ ভিতৰত কেনেকৈ চোৰ-ডকাইতবিলাক সুমুৱাই থয়। বৰ জেইল পাৰ হৈয়েই বিৰাট পৰাটো। নামিয়েই দেখিবলৈ পালো বড়াবজৰ দীঘল গম্বুজৰ ঘৰটো। কল্পনা কৰিছিলো এই ঘৰটোনো বাৰু কেনেকৈ নির্মাণ কৰিছিল? এইটোৱেই আছিল পুৰণি কাছাৰী ঘৰ। ৰাস্তাৰ দুয়োকাষে আৰু যে কিমান টিং ঘৰ দেখিবলৈ পালো। কেইমিনিটমান খোজৰ পাছতে চৰকাৰী ঘৰত থকা ৰবদেউতাৰ ঘৰ পালোগৈ। সেউতাই ৰবদেউতাৰ লগত কথা পাতিলে। মই বাহিৰলৈ ওলাই পুলুং পালাংকৈ ইফালে সিফালে চাই ভৱধ মানিলো। ৰাতি ৰবদেউতাৰ বান্ধনি ল'ৰা এটাই মাতি ভাত খুৱালে। সেউতাৰ লগতে ৰাতি শুই থাকিলো। পুৱা সোনকালে শুই উঠি মাত্র দেখিবলৈ পালো চাৰিওফালে প্ৰকাণ্ড প্ৰকাণ্ড ঘৰবিলাক। এনেকুৱা ঘৰ গাঁৱৰ পৰা গৈ জীৱনত প্ৰথম চকুত পৰিছিল। ভাবি ভাবি অস্থিৰ হৈছিলো কেনেকৈনো এই প্ৰকাণ্ড ঘৰবিলাক সাজিছিল। মুখ হাত ধুই ৰবদেউতাৰ নির্দেশত কেইটামান কিলাপৰ পাত লুটিয়ালো। আঠ বজাৰ লগে লগেই ৰবদেউতাৰ বান্ধনি ল'ৰাজনৰ লগে লগে মই বজাৰলৈ ওলালো। বজাৰখন নিচেই ওচৰতে। ল'ৰাজনৰ পিছে পিছে বজাৰলৈ খোজ ললো। অকণমান গৈয়েই দেখা পালো ইলেকট্ৰিক চাপ্লাইৰ বিৰাট ঘৰটোৰ ভিতৰত এটা প্ৰকাণ্ড ইঞ্জিন দপদপাই চলি আছে। ইয়াক বাহিৰৰ পৰাহে চালো মাত্র।

পাছদিনা মোৰ পৰীক্ষা আৰম্ভ। পৰীক্ষাত বহা চিট ধাৰ্য্যছিল গৱৰ্ণমেণ্ট হাইস্কুলৰ ডাঙৰ হলটোতেই। সেউতাই মোক লৈ গল পুৱা ৯ বজাত পৰীক্ষাত বহুৱাবলৈ। তথ' চিবিকেইটা কলাই সেউতা ঘৰটোৰ ভিতৰ পালেগৈ। মই কিন্তু এটা খাপ উঠিয়েই বাহি

পৰিলোঁ, কাৰণ জীৱনত এনে ডাঙৰ ঘৰৰ চাৰিটা চিৰি বগাই উঠাৰ কথা কল্পনাই কৰিব নোৱাৰিছিলোঁ। মই চকুৰে সৰিয়হ ফুল দেখিলোঁ। মোৰ অৱস্থা চাবলৈ আৰু দুই এজন লোক ওচৰ চাপিল। তাৰ মাজতে আছি পৰিলাহি এজন বিৰাট মানুহ। তেওঁৰ বসন-ভূষণ বগলী পাখিৰ দৰে চকচকীয়া, পিন্ধনত দীঘল পেণ্ট আৰু হাতৰ গাঠিলৈকে ঢকা বগা কামিজ। মোৰ যেতিয়া পিঠিত হাত বুলাই 'কেন ভয় কৰিছা, কিছু ভয় নায়' আদি কবলৈ লাগিল মোৰ আৰু চুলিৰ আগে জীউ যোৱাৰ নিচিনা হল। কোনো ৰকম চোচ-ৰাই বগৰাই পৰীক্ষা দিবৰ কাৰণে দেউতাই মোৰ বহা ঠাইত বহু-ৱাই দিলেগৈ। সেইদিনাই অঙ্কৰ পৰীক্ষা। ভয়ত পৰীক্ষা কি দিলো নিজেই একো কব নোৱাৰিলো। বাকী কেইদিনো পৰীক্ষা দিলোগৈ। কিন্তু বৃত্তি পোৱা ইমানতে শেষ।

চাৰিদিনৰ পাছত আকৌ জামুগুৰি মাধৱ গাঁৱৰ আমাৰ নিজা জুপুৰী ঘৰ পালোহি দেউতাৰ চাইকেলতে উঠি। মই হলো তেতিয়া 'ফাৰ্ষ্ট ক্লাচ ফাৰ্ষ্ট'। এল পি স্কুলৰ বৃত্তি দিবলৈ বাছনিত উঠিলে আৰু স্কুলৰ বছেৰেকীয়া পৰীক্ষাত বহাৰ নিয়ম নাই। প্ৰায় তিনি মাহমান খুব অত্যাচাৰ কৰি দিনবিলাক কটালো। আমাৰ বংশৰে মোৰ সমবয়সীয়া খুৰাদেউ এজনৰে সৈতে ঘূৰি ফুৰি বাহচোপ কাটি বৰশী বাও, নিমন্ত্ৰণ নকৰা ধৰলৈকো গৈ শ্ৰাদ্ধৰ জলপান খাওঁ। এয়ে আছিল মোৰ দৈনন্দিন ব্যৱসায়। গধূলি হলেই দেউতাই দুধৰি পিৰা এখন পাৰি টিপচ কি এটা জলাই ইংৰাজী বৰকলা আখৰ কেইটা লিখিবলৈ শিকায়। ইংৰাজী বৰ্ণমালা কিতাপ এখনো আপতীয়াকৈ আনি দিছিল কাৰণ বৃত্তি পৰীক্ষাত বহিলেই প্ৰাইমাৰী স্কুল পাছ বুলি ধৰিছিল।

১৯২৮ চনৰ মাৰ্চ মাহৰ মাজ ভাগতে মোক জামুগুৰি মাইনৰ স্কুলত নাম ভৰ্তি কৰি দিলে ক্লাচ থ্ৰীত। যথৰ পৰা এসাতিল বাট অহা যোৱা কৰি ১৯৩০ চনত মাইনৰ স্কুল পাছ কৰিলো। আছি

পৰিল মোৰ জীৱনৰ এক নতুন অধ্যায়। মোৰ খুৰাদেউ দুয়ো-জনৰে প্ৰবল ইচ্ছা মই হাইস্কুলত পঢ়িবই লাগিব। খুৰাদেউ দুয়োজনেই চাহ বাগিচাৰ কৰ্মচাৰী। মাইনৰ স্কুল পাছ কৰাৰ পাছ-তেই আহি পৰিল মা-দেউতাৰ এক সমস্যা। তেতিয়া দৰং জিলাৰ ভিতৰত মাত্ৰ দুখন হাইস্কুল। এখন তেজপুৰত আনখন হ'ল মঙ্গলদৈত। কানিংহাম চাৰ্কুলাৰ অমান্য কৰিয়েই চতিয়া আৰু তেজপুৰত (একাডেমী) দুখন হাইস্কুল পতাৰ আয়োজন চলিল। মোৰ প্ৰিয় বন্ধু শ্ৰীহলধৰ ভাগৱতী আৰু মোমাইদেউ ৺উমাকান্ত ভট্টাচাৰ্য্য আৰু মই চতিয়ালৈ দৈনিক সাত মাইল বাট অহা-যোৱা কৰি এটা খেৰৰ ঘৰত চতিয়াৰ ১৫ জনমান ছাত্ৰৰ সৈতে স্কুল আৰম্ভ কৰিলোগৈ। মাত্ৰ চাৰি পাঁচ দিনমানহে মোৰ স্কুললৈ অহা-যোৱা কৰা হ'ল। তাৰ পাছতেই এটা দেওবাৰে মোৰ দুয়োজন খুৰাদেউ বাগিচাৰ পৰা ঘৰলৈ আহি দেউতাৰ লগত পৰামৰ্শ কৰিলে যে "বাপুক" তেজপুৰতহে পঢ়োৱাৰ ব্যৱস্থা কৰিব লাগে। মা-দেউতাৰ মুখ শুকাই গল। বিশেষকৈ মাৰ চকুত টোপনি নোহোৱা হল। ইমান দূৰত থাকি অকলে কেনেকৈ পঢ়িমগৈ। খুৰা-দেউইঁতৰ কথামতেই দেউতাই পিছদিনা চাইকেল কোবাই তেজপুৰ পালেগৈ। তেজপুৰত থাকি মই পঢ়া-শুনা কৰিবৰ সুবিধাৰ কাৰণে। সেইদিনা দেউতা ঘৰলৈ উভতি নাহিল। পিছদিনা পুৱাৰ ভাগতে ঘৰ পাই সবিশেষ কলেহি। মোৰ মোমাইদেউ ৺কালীচৰণ ভট্টাচাৰ্য্যৰ ঘৰৰ আগফালে এটা ঘৰ সাজি থকাৰ ঠিক কৰি আহিল। অৱশ্যে সেই সময়ত মোমাইদেউৰ ঘৰৰ আগফালে বিশ্বনাথ পানী-ভৰাল গাৱঁৰ শ্ৰীগণেশ ভট্টকে আদি কৰি কেবাজনো ছাত্ৰই গৱৰ্ণ-মেণ্ট হাইস্কুলত পঢ়িছিল। হেডমাষ্টৰ ৺দুলাল ভট্টাচাৰ্য্যৰ পৰামৰ্শ ক্ৰমে মোক ক্লাচ চেভেনত নাম লগাই দিলে। ৺দুলাল ভট্টাচাৰ্য্য সম্বন্ধত মোৰ ককাইদেউ আছিল। অতি সাৱধানে পঢ়া-শুনা কৰি-ছিলো। তেজপুৰত পঢ়া চাৰিটা বছৰৰ ভিতৰত মই সহায় পাইছিলো

সপ্তাহে ২/৩ সেৰ চাউল আৰু মায়ে তৈয়াৰ কৰি দিয়া চিৰা, কোমল চাউল কেইটা। ৺দেউতাই খেতি-বাতি কৰোৱাই পুৰোহিতালি কৰি নিয়াৰিকৈ ঘৰ সংসাৰ চলাইছিল। ঘৰ-বাৰী সজা, খেতি-বাতি ৰাজহী দৈয়কী সকলোখিনি খুৰাদেউহঁতেই লেঠা মাৰিছিল। মোৰ পঢ়াৰ খৰছ মাহে দহ টকাকৈ নিৰ্মলা বাগানৰ পৰা বৰজন খুৰাদেউৱে পঠাইছিল। তেখেতক বিহালীৰ ৺ত্ৰৈলোক্য নাথ শৰ্মা পেহাদেউৰ নিৰ্মলা বাগিছাত মেনেজাৰ নিযুক্তি দিছিল। ৺খুৰাদেউৰ পৰা মাহিলী অহা মোৰ টকা কেইটা পিয়নৰ পৰা মোমাইদেউৱেই চহি কৰি ৰাখিছিল। এদিন মোমাইদেউৱে মোক কলে যে "তোৰ ইমানখিনি টকাৰ কি প্ৰয়োজন। মাহে দুটকাকৈ মহাভৈৰৱ কো-অপাৰেটিভ বেঙ্কত জমা কৰিবি।" মোমাইদেউৱেই মহাভৈৰৱ বেঙ্কৰ চেক্ৰেটাৰী আছিল। সেই মাহৰ টকা কেইটা হাতত লৈয়েই দুটকা মোৰ নামত জমা কৰিবৰ কাৰণে মোমাইদেউৰ হাতত দি দিলোৱেই। ১৯৩৫ চনত মেট্ৰিক পৰীক্ষা শেষ কৰি তেজপুৰৰ মোৰ জুপুৰী ঘৰটোৰ দুৱাৰ বন্ধ কৰি ঘৰলৈ ওলালো। মোমাইদেউৱে মোক বেঙ্কত জমা হোৱা চৌষষ্ঠী টকা হাতত দিয়াত তেখেতক এটা সেৱা জনাই ঘৰমুৱা হৈছিলো। কেইদিনমানৰ পাছত মোৰ প্ৰিয় বন্ধু শ্ৰীশৰৎ শৰ্মাৰে সৈতে লগ লাগি তেজপুৰৰ পৰা এখন নতুন ইংলিচ ৰেলি চাইকেল মাত্ৰ পঞ্চল্লিচ টকাত কিনিছিলো সেই বেঙ্কত জমা কৰা টকা কেইটাৰেই। তেজপুৰত পঢ়ি থকা এই চাৰি বছৰ কালত বহুতো সম্ভ্ৰান্ত লোকৰ লগত মোৰ পৰিচয় হয়। পঢ়ি থকা কাল ছোৱাত প্ৰতি গৰম বন্ধৰ মাহটো নিৰ্মলা বাগিছাত কটাইছিলো। মোক খুৰাদেউ-খুৰীদেউহঁতে অপত্য স্নেহ কৰিছিল।

## শ্বিলং

মই ক্লাচ এইটত পঢ়ি থাকোঁতেই ৺খুৰাদেউৰ পৰা এখন চিঠি পাইছিলো যে তেখেতৰ পেটৰ বিষ এটা হৈছে। চিকিৎসা কৰিবৰ

বাবে ৰবার্ট হস্পিটেললৈ যাব লাগে আৰু ময়ো সাক্ষী গোপাল হিচাবে লগত যাব লাগিব। পৰম বন্ধু তোমাৰ পিছদিনাই "ভক্তলা" নামৰ জাহাজখনত ন অনা পইচাৰ টিকট এখন কৰি গমিৰীঘাট পাই সন্ধ্যা সময়ত নির্মলা বাগিচা পালোগৈ। বাটত অনেক কথা ভাবি চিন্তি গৈছো। কিজানিবা খুৰাদেউক বিচনাত পৰি থকাই পাওঁগৈ। কিন্তু ঘৰ সোমায়েই ভাল লাগিল যে খুৰাদেউৱে অন্য এজন মানুহৰ লগত কথা-সংবা পাতি আছে। প্রথমতে ৺খুৰীদেউৰ পৰা জানিব পাৰিলো যে মাজে মাজেহে বিষটো বেছি হয়। বাগানৰ প্রোপাইটৰ ৺ত্রৈলোক্য নাথ শর্মাদেউৱে শ্বিলঙলৈ গৈ ভালকৈ ভাল চিকিৎসকক দেখুৱাই আহিবৰ বাবে দিহা পৰামর্শ দিছিল। সেই সময়ত মাত্র ডাঃ ৺গোবিন্দ শর্মাহে তেজপুৰৰ ভাল ডাক্তৰ বুলি খ্যাতি আছিল। তেখেতৰ মিক্সাৰ দিয়া পঙ্কতি মোৰ আজিও মনত পৰে। ৰাতি খুৰাদেউৰ এচলক ভাত খাই থাকোতেই কলে "আমি পৰহিলৈ শ্বিলঙলৈ ৰাতি ১১ বজাত গমিৰীঘাটত জাহাজত উঠিব লাগিব।" লগতে মোক শুনালে যে তোৰ কাৰণে এযোৰ জোতা আৰু এটা চুৱেটাৰ কালিলৈ কাবুলীয়ে আনি দিবহি। সেই যুগত চাহ বাগিচাবিলাকত এজন দুজন বেপাৰী কাবুলী থাকেই।

পিছদিনা বাৰটা বজাৰ পাছতেই কাবুলী এজন আহি নিজে মোৰ ভৰিত এযোৰ ক'লা জোতা পিন্ধাই দিলেহি আৰু লগতে দিলেহি এটা কিচ্‌কিচিয়া ক'লা ৰঙৰ উলৰ চুৱেটাৰ। বাৰটা বজাৰ পাছত আহি বগা কেইপদ দিয়াৰ সহসাটো হল বাৰ বজাৰ পাছত কাবুলীৰ মোনেজাৰ চাহাবক লগ পাব আৰু দুটা মিঠা কথাৰে তোষামোদ কৰিব। সিহঁতৰ কাম আছিল বাগিচাৰ বনুৱাক অত্যন্ত দাম ধৰি কাপোৰ, কম্বল বিক্রি কৰা আৰু অধিক সুতত বনুৱাক টকা ধাৰে দিয়া। মোৰ বোধকৰো জোতা আৰু চুৱেটাৰৰ দাম খুৰাদেউৱে ভৰিবই নালাগিছিল। ময়ো তেজপুৰতে এটা টিনৰ গোলাপ ফুলৰ ছাপ মৰা চুটকেচ কিনি লগতে ৺লোহিত মহন্তৰ দোকানৰ

পৰা এযোৰ গ্ৰাহেম কোম্পানীৰ বিলাতী ধুতি লগাতে তিনি অনা পইছা দি এটা গেঞ্জিও ভৰাই লৈ গৈছিলো, কোট কেতিয়ালৈকে গাত সুমুৱাই পোৱা নাছিলো। জোতাও সেই ধোৰেই প্ৰথম ভৰিত সুমুৱাইছিলো। শ্বিলঙলৈ যোৱা উলহ-মালহৰ বাতৰিটো ভাগ্যকৈ টোপনিয়েই নহল।

১৯২৩ চনৰ জুন মাহৰ ১৪ তাৰিখে আবেলি দুই বাজি যোৱাৰ পাছতেই এখন তিৰপালৰ চৈ দিয়া চাঙত ধানখেৰ পৰা সুসজ্জিত গৰুগাড়ী আহি খুৰাদেউ থকা ঘৰৰ আগত হাজিৰ হলহি। আমাৰ দুয়োকো গমিৰীঘাটলৈ নিবৰ কাৰণে। খুৰাদেউৱে বাগিছাৰ সকলো কামৰ দিহা পৰামৰ্শ বাগিছাৰ জমাদাৰ, মহৰ্ব ইত্যাদিক দিয়াৰ পাছত আমি অলপ চাহ-জলপান খাই লৈ বিছনাখন দুডালমান মৰাপাটৰ ৰচিৰে বান্ধি গাড়ীৰ ভিতৰত তুলি ললো। সূৰ্য্য দেৱতা অস্ত যোৱাৰ কিছু পূৰ্বেই আমি দুয়ো নিজৰ নিজৰ চুটকেচ দুটা হাতত লৈ গাড়ীৰ ভিতৰত বহিলো আৰু খুৰীদেউৰ পৰা বিদায় সম্ভাষণ লৈ বৰ আনন্দ মনে শ্বিলং যাত্ৰা আৰম্ভ কৰিলো। ঠিক ৬ মান বজাত আমাৰ গাড়ী গৈ বৰঙাবাৰীৰ ৺দামোদৰ ককাৰ ঘৰৰ সমুখ পালেগৈ। ৺দামোদৰ ককা ৺খুৰাদেউৰ খুৰাকেক হয়। গাড়োৱান বিচন্দৰে গৰুহাল লাহেকৈ খুলি ঘৰৰ সন্মুখৰফালে থকা ধান খেৰৰ মেজিটোতে খেৰ খাবলৈ গৰুহাল বান্ধি দিলে। খুৰাদেউ ভিতৰলৈ সোমাই গৈ "খুৰী, খুৰী" বুলি মাত দি কবলৈ লাগিল যে আমি আজি ১১ বজাৰ জাহাজত উঠি শিলঘাট হৈ শ্বিলঙলৈ যাম। তাত এখন ডাঙৰ হস্পিটেল আছে—মোৰ অসুখটো তাতে দেখুৱাবলৈ গলাইছো। বহুত কথা-বতৰা হোৱাৰ পাছত সোনকালে ভাতকেইটা বান্ধি খুৱাবৰ ব্যৱস্থা কৰিবলৈ কলে। সন্ধ্যা সময়ত দামোদৰদেৱৰ ঘৰত তিনিজন দামোদৰ আবিৰ্ভাৱ হোৱাত আইতাবো অপাৰ আনন্দ হল। যথা সময়ত আমাৰ ভাত খোৱা পৰ্ব শেষ কৰি গমিৰীঘাট অভিমুখে আকৌ গৰুৰ গাড়ীত বহিলোগৈ। তেখেতৰ ঘৰৰ পৰা প্ৰায় ৪ মাইল

বাট অতি দুৰ্গম। সেই সময়ত বাস্তাৰ কাষত মাত্ৰ কেইবাঘৰ দুই-এঘৰ নেপালী সম্প্ৰদায়ৰ মানুহে বাস কৰিছিল। তেওঁলোকো শুই নিতপালি দিছিল। গাড়োৱান বিচন্দৰ বুঢ়াই গৰুহাল গাড়ীত জুতি দিয়েই মুখৰ পৰা নানান শব্দ কৰি চিঞৰ-বাখৰ লগাই গৰু খেদি-বলৈ ললে। বৰভাবাৰীৰ পৰা গমিৰীঘাটলৈ সেই পথছোৱাত কেতিয়াবা দিন দুপৰতে বাঘ-ভালুকে পথাচাৰীক দৰ্শন দিছিল।

১১-৩০ মিনিটৰ কিছু আগতেই আমি গমিৰীঘাট পালোহি'ক। চাব এজেণ্টজনক লগ ধৰি সোধপোচ কৰাত তেখেতে আমাক জনাইছিল যে সেই পৰ্যন্ত জাহাজৰ লাইটেই দেখা নাই। জাহাজৰ চাৰ্চ লাইটটো দেখাৰ পাছতো এঘণ্টামান সময় লাগে জাহাজ আহি ঘাট চাপিবলৈ। সময় সঙ্কেত পোৱাৰ আন কোনো ব্যৱস্থাই নাছিল সেই যুগত। ঘাটৰ চাব এজেণ্টজন আছিল এজন বঙালী ভদ্ৰলোক। খুৰাদেউৰ লগত পৰিচিত। খুৰাদেউক তেখেতে জাহাজৰ ফ্লেটৰ ভিতৰতে অফিচ কোঠালীত বহিবলৈ দিলে। ওচৰতে সৰু টুল এখনত ময়ো বহি জাহাজখন অহাৰ অপেক্ষাত বলো। কিছু সময় যোৱাৰ পাছত জাহাজৰ "লাইট" আমাৰ চকুত পৰিল। খুৰাদেউৱে আমাৰ কাৰণে কেবিনৰ তুখন টিকটৰ ব্যৱস্থা কৰিলে। জাহাজ ঘাটত লাগিলহি প্ৰায় ডেৰ বজাত বাতি। আমাৰ বিছনাখন আৰু চুটকেচ দুটা গাড়োৱান বুঢ়াই কেবিনৰ ভিতৰ সুমুৱাই দিলেহি। খুৰাদেউৱে গাড়োৱানটোক পুৱা চিৰা কিনি খাবৰ কাৰণে কেইঅনামান পইচা হাতত দিলে। পুৱা হলেহে তাক ঘাটৰ পৰা বাগিচালৈ ঘূৰি যোৱাৰ পৰামৰ্শও দিছিল। খন্তেক পিছতেই "মিচিমি" নামৰ মেইল জাহাজখনে উকি মাৰি মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকু ফালি পশ্চিম দিশলৈ ধাৱমান হল।

দ্বিতীয়বাৰ দীঘলীয়া উকি মৰাত গম পালো যে আমি প্ৰায় শিলঘাট পাও পাও। তেতিয়া দোকমোকালি। খুৰাদেউৰ জেপ ঘড়ীটো চাই দেখিলো চাৰে-চাৰি বাজিল। পুৱা সূৰ্য্য উদয় হোৱাৰ

লগে লগে আমি দুয়ো জাহাজৰ পৰা নামি পৰিলোহঁক। শিল-ঘাটৰ চাব এজেণ্টজন আছিল খুৰাদেউৰ বন্ধু ৺বিনন্দি বৰুৱা। তেখেত ভূতপূৰ্ব এম-পি ৺হেম বৰুৱাৰ দেউতাক। ৺বিনন্দি বৰুৱা তিনি বছৰমান আগৰে গমিৰীঘাটৰো চাব এজেণ্ট হৈ আছিল। চাহ বাগানৰ মেনেজাৰ সকলৰ জাহাজ ঘাটৰ লগত বৰ ঘনিষ্ঠ সম্বন্ধ আছিল। আগৰ দিনত চাহ বাগিছাৰ সকলো মাল-বস্তু, চাহ বাকচ আদি জাহাজেৰেই বাহিৰলৈ গৈছিল। মটৰ, লৰী সেই সময়ত অস-মত একেবাৰেই নাছিল। অকল ডাঙৰ ডাঙৰ ডিচপাচ জাহাজেৰেই মাল-বস্তু অনা নিয়া কৰিছিল আৰ এচ. এন নামৰ জাহাজ কোম্পানী এটাই। এঠাইৰ পৰা অন্য ঠাইলৈ যাত্ৰা আৰু ডাক আদি কৰি-য়াইছিল জাহাজেৰেই। জাহাজ কেইখনৰো নাম বেচ ভাল লগা বিধৰ "মিৰি মিচিমি, ডফলা, চিংফৌ" ইত্যাদি। আমাৰ কথা আছিল শিলঘাটৰ পৰা চাপৰমুখলৈ সৰু ৰেলখনত উঠি তাৰপৰা আকৌ গুৱাহাটীলৈ যামহঁক। পুৱা আমি জাহাজৰ পৰা নামি ৫ বজাৰ শিলঘাট-চাপৰমুখ ৰেলখন ধৰিবই নোৱাৰিলো। গাড়ীখন এৰি দিলে। আমাৰো গত্যন্তৰ নোহোৱা হল। প্ৰায় ৮ মান বজাত দুয়ো ব্ৰহ্ম-পুত্ৰতে গা-পা ধুই ললোহঁক। তিয়নী দুডোখৰ শুকুৱাবলৈকে তাতে বহিলো। খুৰাদেউৱে কলে যে আজি আমি যাব নোৱাৰিম, কোনো উপায় নাই। ব্ৰহ্মপুত্ৰৰ পাৰতে অস্থায়ী ঘৰ এটাত ৺বিনন্দি বৰুৱা থাকে। দুয়ো তাতে বহি অলপ চাহ খোৱা হৈছিল। প্ৰায় ১০ বজাৰ লগে লগে আমাৰ মাল কেইপদ তাতে এৰি থৈ এক মাইলমান আঁতৰত থকা ৺ইন্দ্ৰেশ্বৰ গোস্বামীৰ ঘৰ ওলালোগৈ। তেখেত গোস্বা-মীৰ পৰিবাৰ ক্ষীৰমাই সম্বন্ধত মোৰ ভনী, ৰবদেউতা ৺পূৰ্ণকান্ত বৰ-কটকীৰ ছোৱালী। আমি গৈ গোস্বামীক ঘৰতে পালোগৈ। সেই দিনা গোটেই দিনটো আৰু ৰাতি তেখেতৰ ঘৰতে খাই-বৈ বৰ আৰামত কটালো। পিছদিনা পুৱা লৰা-ঢপৰাকৈ শুই উঠি চাৰে-চাৰি বজাতে ষ্টেচনলৈ কোব দিলো গুৱাহাটী অভিমুখে। দুখন টিকট

কাটি বেলত উঠি বহিলো। আমাৰ বিছনাখন আৰু চুটকেচ ছুটা এটা খালাচীৰ হাতত দি বিনন্দি বকমাই নিজেই তুলি দিয়ালেহি। গাড়ীখন ঘটঘটাই চলিল। শেনচোৱা বেল ষ্টেচন এৰি যোৱাৰ অলপ পাছতেই মানুহবিলাকে বৰ হুলস্থুল লগালে। আগলৈ চাই দেখিলো গাড়ীৰ ইঞ্জিনে মাত্ৰ কেইটামান ডবা লৈ বহুত আগলৈ গল আৰু আমাক এৰি গুছি গ'ল। খন্তেক গৈয়েই যেনিবা আকৌ গাড়ীখন পিছলৈ আহি আমাৰ ডবাকেইটা জুতি লৈছিলহি। ইয়াকে বোলে "কপলিং চিগা বেল"। বাৰ বজাৰ লগে লগে আমাৰ গাড়ীখন চাপৰমুখ জংচন পালেগৈ। প্ৰায় আধা ঘণ্টামান পাছতেই উজনী ফালৰ পৰা আহি এখন বেল ৰলহি। আমি যেনেতেনে খালি ঠাই এডোখৰ পাই বহি পৰিলো। কিন্তু বহুত মানুহে ঠাইৰ অভাৱত গাড়ীৰ ভিতৰতে ঠিয় হৈয়ে যাত্ৰা আৰম্ভ কৰিলে।

আমি গুৱাহাটী পাওঁতে সাতমানেই বাজিছিল। বেলৰ পৰা নামিয়েই বিহাৰী শ্ৰমিক এটাৰ হাতত বিছনাখন দি আমাক মটৰ ষ্টেচনৰ ওচৰতে এখন হোটেললৈ লৈ যাবৰ কাৰণে নিৰ্দেশ দিলে। সেই সময়ত কোনো উন্নত ধৰণৰ হোটেল ষ্টেচনৰ ওচৰত নাছিলেই। অতি নিম্ন স্তৰৰ বিহাৰী মানুহৰ হোটেল এখনলৈ আমাক লৈ গল। মালিকে এখন "শৌচাপোচযুক্ত" ৰুম এটাত সুমুৱাই দিলেগৈ। আৰু আমাক জনাই দিলে যে ৰুম ভাৰা লাগিব এক টকা। ৰাতিটোৰ কাৰণে আমিও তাতে নিজৰ কাপোৰ-কানি কেইডোখৰকে পাৰিলৈ ৰাতিটো থকাৰ ঠিক কৰিলোহঁক। ওচৰৰ দোকানৰ পৰা ২ গিলাচ গাখীৰ আৰু আঠ অনা পইছা খৰছ কৰি আধা সেৰ ৰসগোল্লা আনি তাকেই খাই ৰাতিটো কটালো।

১৬ জুন তাৰিখে ৬ বজাতে হোটেলৰ মালিকৰ পৰা বিদায় লৈ ছুয়ো শিলং মটৰষ্টেচন পালোগৈ। সেই সময়ত আজি কালিৰ নিচিনা পৰিবহনৰ ব্যৱস্থা নাছিল। কিবা এটা কোম্পানীয়ে ক'লাৰঙৰ গাড়ী কিছুমান চলাইছিল। ছুখন টিকট কৰি পহিলা নম্বৰৰ গাড়ী-

খন্তেই বহি ললো। ৭ বজাত আমাৰ গাড়ী এৰিলে শ্বিলং অভিমুখে। আধা ঘণ্টামান গাড়ী চলাৰ পাচতে এদাল নঙলাৰ সন্মুখত জোৰাবাটত গাড়ী ঠিয় কৰিলে। এজন পুলিচৰ বিষয়াই লগত এজন কনিষ্টবল সহ গাড়ীখনৰ কাগজ পত্ৰ আদি পৰীক্ষা কৰিলে: আৰু তিনিখন গাড়ী আমাৰ পিচত ঠিয় দিলেহি। গাড়ী কেইখন পৰীক্ষা কৰাৰ পাচত নঙলাদাল খুলি দিলে আৰু নিৰ্দেশ হল গাড়ী চলাবৰ কাৰণে। মই তন্ময় হৈ পাহাৰৰ জুৰি নিজৰা বিলাক চাই আনন্দত আত্মহাৰা হলো। পাহাৰৰ এনেকুৱা সৌন্দৰ্য্য জীৱনত দেখা এয়ে প্ৰথম। গোটেই আলিটোত কতো এখনো গাড়ীয়েই বিপৰীত ফালৰ পৰা অহা চকুত নপৰিল। ৯ টা বজাৰ কেইমিনিট মান আগতে আহি আমাৰ গাড়ীবিলাক আকৌ নংপু ষ্টেচনত ৰলহি নঙলাৰ সন্মুখত। বিপৰীত ফালৰ পৰা কিছুগাড়ী নঙলাৰ সন্মুখত মুৰদোৱাই ৰৈ থকা দেখিবলৈ পালো। আমাৰ লগত গৈ থকা মানুহবিলাক নামিয়েই ওচৰৰ চাহ দোকানত চাহ খোৱাত ব্যস্ত হ'ল। কিছুমানে আলিৰ দাঁতিত দোকানবিলাকৰ পৰা কিবা কিবি বস্তু কিনাতো ব্যস্ত দেখিবলৈ পালো। ঠিক গেটৰ বিপৰীত ফালৰ পৰা শ্বিলঙৰ ফালৰ পৰা অহা গাড়ীবিলাকেও সমান্তৰাল ভাৱে লাইন ধৰিছেহি। খুৰাদেউৱে মই কথাটো বুজা নাই বুলি ভাবি মোক কলে যে নংপুত দুয়োফালৰ পৰা অহা গাড়ীবিলাক আধাঘণ্টা ৰয়। কাকো বাটত মুখামুখিকৈ অতিক্ৰম কৰিবলৈ নিদিয়ে। মাত্ৰ গোটেই ৰাস্তাটোত এখনহে গাড়ী চলিব পাৰে। আজি কালি কিন্তু সেই নিয়ম নাই।

নংপুত দোকান বজাৰবিলাক চালো। প্ৰায়বিলাকেই খাচীয়া মহিলা। তেওঁলোকে মুখৰে যি দাম এবাৰ কয় তাৰ কোনো তাৰ-তম্য নহয়। নংপু ঠাইখন তেতিয়া যদিও বৰ ডাঙৰ নাছিল তথাপি চাৰিওফালে ঘেৰিয়াই থকা পাহাৰবিলাকৰ মাজৰ সমতল ভূখণ্ড চাই বেছ আনন্দ উপভোগ কৰিছিলো।

ঘটাত কোৰ পৰিল। গেট খুলিলে লগে লগে আমাৰ গাড়ী খিলং অভিমুখে পাহাৰত বগাবলৈ লাগিল। গাড়ী ক্রমাত আৰু ওপৰলৈ উঠিল। পাহাৰৰ মাজৰ নিজৰা আৰু আলিৰ কাষত সিচৰতি হৈ থকা খাচিয়াৰ পঁজাঘৰবিলাক দেখি মোৰ মন আনন্দত উত্রাৱল। মই বাহিৰলৈ চাই চাই যাত্রাৰ বাকী থকা সময়খিনি কটাই দিছিলো। ১১ বজাৰ লগে লগে আমাৰ গাড়ী গৈ খিলঙৰ অতি লেতেৰা মটৰ ষ্টেচনটো পালেগৈ। নামিয়েই দেখিলো চাৰিও ফালে সিচৰতি হৈ মৰিল ডিচেল আদি পৰি ঠাই ডোখৰ কিবা হৈ আছে। গম পালো যে কোনো চৰকাৰী বিষয়া ডা-ডাঙৰীয়া কেতিয়াও সেই বাছবিলাকত নুঠেই। সকলো বগাচামৰাৰ লোক নিজৰ নিজৰ গাড়ী অহা-যোৱা কৰে। এজন মানুহৰ পিঠিত আমাৰ বিছনাখন আৰু চুটকেচ্ দুটা দি আমি দুয়ো তাৰ পিছে পিছে লাবানলৈ বুলি বাট ললো। মাজে মাজে ঘৰদুৱাৰ মানুহ বিলাক দেখি আলিৰ মাজতে ৰ লাগি ঠিয় হৈ যওঁ। এনেকৈয়ে চকু নপচৰাকৈ চাই চাই আমাৰ গন্তব্যস্থান লাবান পালোগৈ। লাবান ঠাই ডোখৰ অসমীয়া মানুহৰ ঘন বসতি বাসস্থান আছিল।

আমি লাবানৰ অসমীয়া থিয়েটাৰ হলটোৰ ওচৰ পাওতেই খুবা-দেউৱে এজন ভদ্রলোকক ৺গিৰীশ বৰঠাকুৰৰ ঘৰ কোনখিনিত বুলি সোধাত সোমাই যোৱা ৰাস্তাটো আমাক দেখুৱাই ঘৰখনৰ সবিশেষ আমাক বুজাই দিলে। তেখেতৰ ইঙ্গিত মতেই আমি গৈ বৰঠাকুৰৰ দুৱাৰ মুখত ঠিয় হৈয়েই মালিকক দেখা পালো। লগে লগে ওলাই আহিল বৰঠাকুৰণী আৰু তেখেতৰ কন্যা "আইকণ"। তিনিওজনে আমাক স্বাগত সম্ভাষণ জনালেহি। নানান কথা বতৰাৰ মাজেৰে দিনটো পাৰ হল। সকলো দুখ ভাগৰ পাহৰি মাত্র ৰাস্তাৰ মূৰত ঠিয় হৈ প্রাকৃতিক দৃশ্যাৱলী উপভোগ কৰি সেই দিনাৰ সময়খিনি পাৰ কৰিলো। মাজে মাজে নিজেই মনত ভাবো বৃটিছসকলে কেনেকৈনো এই ৬৪ মাইল পাহাৰ ভাঙি ভাঙি খাছিয়া পাহাৰৰ

ভিতৰত এই মনোৰম নগৰখন গঢ়ি তুলিছিল। টিলাবিলাকৰ ওপৰত সেই সকলৰ মনোৰম বাসস্থান আজিও বিদ্যমান। সৰল গছবিলাকৰ মাজে মাজে একাবেকা ৰাস্তাইদি দুই এখন সৰু সৰু মটৰ গাড়ী আৰু খাছিয়া গাভৰুহঁতে পিঠিত বহুত বস্তুবাহানি লৈ যোৱা দৃশ্যবিলাক চাই তবধ মানিছিলো। খাছিয়ালোকসকলৰ মতামানুহ খিনিতকৈ মাইকী মানুহবিলাক বেছি পৰিশ্ৰমী। দোকান বজাৰ বেহা বেপাৰ সকলোতে তেওঁবিলাক বেছি পটু। প্ৰায়েই মতামানুহ বিলাকক মুখত পাইপ (ধপাতৰ) একোডাল লৈ ঘূৰি ফুৰা দেখা পাইছিলো। আমি শ্বিলং পোৱাৰ দিনাই আবেলি চাৰে তিনিমান বজাতে ৺বৰঠাকুৰৰ সৈতে তিনিও ৰবাৰ্ট হস্পিটেললৈ বুলি ৰাওনা হলো। ৰবাৰ্ট চাহাবজনৰ নামেৰেই এইখন প্ৰকাণ্ড হস্পিটেল।

ওপৰলৈ ৰাস্তা এৰি চিৰি কেইটামান উঠিয়েই চকুৰ আগত ভাহি উঠিল এখন মনোমোহা ফুলনী। কিযে ধুনীয়াকৈ ফুলনী বাৰীখন সজাই তুলিছে। গোটেই হস্পিটেলখনৰ বাহিৰৰ চাৰিও ফালে যেন এখন নীলা ৰঙৰ কাৰ্পেট হে পাৰি থৈছে। দুৱাৰখন খুলিয়েই আমি তিনিও এখন চোফাত বহি পৰিলো। খন্তেক পাচতেই এগৰাকী খাছিয়া নাৰ্চ আহি খুৰাদেউৰ হাতত দি গল্নাহি এখন কাৰ্ড।

বাহিৰা হিচাবে বেমাৰ দেখুৱাবৰ কাৰণে এই কাৰ্ডখন লব লগা হৈছিল। কেইজনমান ৰোগীক চোৱাৰ পাচতেই খুৰাদেউক মাতি নিলেহি। ময়ো লগে লগে হস্পিটেলত ৰোগী থকা কোঠা বিলাক তন্ন তন্ন কৈ চালো। প্ৰায় আধাখিনি মান কোঠালীত বৃটিচ্ মহিলাকে ধৰি পুৰুষ বেমাৰী সকলকো দেখা পালো। সেই সময়ত অসমত সেইখনেই অতি নামজ্বলা চিকিৎসালয় আছিল। বাহিৰে ভিতৰে গোটেই হস্পিটেলখন এপাক ঘূৰিলো। খুৰাদেউক প্ৰায় ১০ মিনিটমান সময় এটা কোঠালিত সুমুৱাই পৰীক্ষা কৰিলে আৰু পিচদিনা ১০ বজাতে হস্পিটেলত ভৰ্তি হবৰ কাৰণে মাতি পঠালে। সেইদিনা খুৰাদেউ আমি তিনিও ঘৰমুৱা হলো। সন্ধ্যা লাগিলেওতো

কথা নাই। আমি ৺বৰঠাকুৰৰ পিছে পিছে খোজ ললো। গৱৰ্ণৰ হাউচৰ ওচৰ পোৱাত তেখেতে গৱৰ্ণৰ "লেক" দেখুৱাবলৈ লৈ গল। সন্ধ্যা সমাগত প্ৰায়। হ্ৰদৰ ওপৰত থকা কাঠৰ দলংখনৰ ওপৰেদি গৈ থাকোতে কেইজনমান মানুহে মুড়ি বুত আদি চটিওৱাত হ্ৰদৰ অসংখ্য বৌ বাহু মাছৰ ঝাকে খেমালী কৰা আৰু মুড়ি বুত খাবলৈ হেতাওপৰা কৰা দৃশ্যটো দেখি বৰ অনন্দ লাগিছিল।

বেলি নহাৰ লগে লগে আমি লাবানৰ বৰঠাকুৰৰ ঘৰলৈ বাট ললোহঁক। বাটত তেখেতে আমাক অফিচ বেংক আদি দেখুৱাই গৈছিল। পিছদিনা পুৱা ১০ বজাতেই বৰঠাকুৰণী আইতাই আমাক ভাতকেইটা খুৱালে। আমি দুয়ো হস্পিটেললৈ যোৱা চমু বাটটোৰেই গৈ পিচফাল হৈ সেইখিনি ওলালোগৈ। গৈ পোৱাৰ লগে লগে খুৰাদেউক বিছনা দিলে। ময়ো ঘূৰি পাকি একমান বজাত যোৱা বাটেদিয়েই লাবান পালোহি। এনেকৈয়ে পাঁচদিন অহা যোৱা কৰি খুৰাদেউলৈ ভাতপানী লৈ যাওঁ বৰঠাকুৰৰ ঘৰৰপৰাই। হস্পিটেলত ভৰ্তি হোৱা ষষ্ঠ দিনাই ভাত দিবলৈ যাওঁতে খুৰাদেউৱে মোক কলে যে আজি সন্ধ্যা বা কালিলৈ পুনৰ হস্পিটেলৰ পৰা যাবলৈ ডাক্তৰে পৰামৰ্শ দিছে। বিশেষ হেনো একো অসুখ নাই কিছুদিন ঔষধ ব্যৱহাৰ কৰিলেই আৰোগ্য হ'ব। চুটকেচৰ চাবিটো মোক হাতত দিলে খুৰাদেউৱে। পিচদিনা পুৱা আঠমান বজাত মই গৈ হস্পিটেলে পাব লগা সকলো দেনা পাওনাৰ লেঠামাৰি ঔষধৰ কাগজ-পত্ৰলৈ দুয়ো বিদায় ললো। আবেলি অফিচৰ পৰা ঘূৰি আহি বৰঠাকুৰ ডাঙৰীয়াই পিচদিনা আমাক ঘৰলৈ উভতিব নালাগে বুলি কলে। পিচদিনা আছিল দেওবাৰ তেখেতৰো অফিচ বন্ধ। গতিকে তেখেতে আমাক লগত লৈ ফুৰাব। খুৰাদেউৱে সম্মতি প্ৰকাশ কৰাত ময়ো বৰ আনন্দ পালো। পিচদিনা আঠমান বজাতে আমি ফুৰিবলৈ ওলালো তেখেতৰ লগতে।

আমি খোজ কাটিয়েই চাৰি ঘণ্টা সময় ফুৰিলো। বিশেষ

বিশেষ ঠাই আৰু অফিচ চেক্ৰেটাৰীয়েট আদি সকলোখিনি আমাক দেখুৱালে। ২ জুন সোমবাৰে আমি সোনকালে গা-পা ধুই আমাৰ বিচনা বান্ধিলো। ৯ বাজি ৩০ মিনিট যোৱাত সিবিলাকৰ সকলো-টিৰে পৰা বিদায় লৈ কুলি এটাৰ পিঠিত বিচনা আৰু চুটকেচ দুটা দি পিছলৈ চাই চাই শ্বিলং বাছ ষ্টেচন পালোগৈ। দুখন টিকট কিনি লৈ গুৱাহাটী অভিমুখে বাছত ৰাওনা হলো। গুৱাহাটী পাওতে প্ৰায় ২ বাজিছিল। উজান বজাৰৰ জাহাজ ঘাটলৈ এখন ঘোঁৰা গাড়ী ভাৰা কৰি গৈ তাতে সন্ধ্যালৈকে দুয়ো জিৰণি ললো। যথা সময়ত জাহাজত উঠি পিছদিনা ৪ বজাত গমিৰাঘাটত জাহাজৰ পৰা নামি ঘাটৰ পৰাই দুখন চাইকেল লৈ সন্ধ্যাৰ লগে লগে নিৰ্মলা বাগিছা পাই প্ৰথম শ্বিলং যাত্ৰাৰ সামৰণি মাৰিলো।

## উজনি অসম

বাল্যবন্ধু শ্ৰীশৰৎ শৰ্মাৰ লগত আলোচনা কৰি এদিন দুয়ো চাইকেলেৰেই উজনি অসম ভ্ৰমণ কৰাৰ সিদ্ধান্ত কৰিলো। ৯৩৬ চনৰ ডিচেম্বৰ মাহৰ ৩ তাৰিখে দুয়ো দুখন চাইকেল লৈ দিনৰ .০ বজাত আমাৰ জামুগুৰিৰ ঘৰৰ পৰাই পাণপুৰ নাও ঘাট পাৰ হৈ যাত্ৰা আৰম্ভ কৰিলো। লগত দুয়োজনে শুব পৰাকৈ চাই-কেলৰ কেৰিয়াৰত এখন বিচনা বান্ধি ললো। পাণপুৰ ঘাট পাৰ হৈ জখলাবন্ধাৰ দুলাল মাধৱ গাৱঁৰ শ্ৰদ্ধেয় ৺কনক চন্দ্ৰ পঞ্চাননৰ ঘৰত ৰাতিটোৰ কাৰণে দুয়ো আলহী হলোহঁক। সেই পঞ্চাননৰ ঘৰতেই শ্ৰীশৰতৰ ভনীয়েক, কিছুদিনৰ পাছত মোৰো ডাঙৰ ভনীক অগা-পিছাকৈ বিয়া দিছিলোহঁক। সন্ধ্যা লগাৰ লগে লগে ৺কনক চন্দ্ৰ পঞ্চাননদেৱে আমাক দুয়োকে তেখেতৰ ওচৰতে ডাঙৰ ফটা কেৰাহী এটাত ডাঙৰকৈ ধৰা জুই একুৰাৰ ওচৰতে বহুৱাই লৈ বহুত পুৰণি কথা শুনালে। বিশেষকৈ জামুগুৰি কলিয়াবৰৰ আদ্যোপান্ত আৰু

মানৰ দিনত কেনেকৈ মানুহবিলাকে ব্ৰহ্মপুত্ৰ পাৰ হৈ একে নামেৰেই গাওঁবিলাকৰ নামকৰণ কৰি গাওঁ আদি পাতিছিল।

পিছদিনা পুৱা মোৰ বৰ্ত্তমান জেশাহু "বিজু পঞ্চাননে" লৰালৰিকৈ আমাৰ দুয়োকো কেইটামান ভাত বান্ধি খুওৱাৰ পিছত দুয়ো সিহঁতৰ ঘৰৰ পৰা বিদায় ললো। দুয়ো আনন্দমনে যোৰহাট অভি-মুখে চাইকেলত উঠিলো। বাটত সেই সময়ত গাড়ী মটৰৰ নাম গোন্ধেই নাছিল। খোজ কঢ়া মানুহ হলে কিছু সংখ্যক পাইছিলো। গোটেই ৰাস্তাটো পাহাৰৰ ভঙা টুকুৰা শিল পৰা। ধুলি কম থকা ৰাস্তাৰ দাঁতিৰেই আমি অগ্ৰসৰ হবলৈ সুবিধা পাইছিলো। উত্তৰ পাৰৰ ট্ৰাঙ্ক ৰোডটোত কিন্তু তেতিয়া এমুঠিও শিলগুটি চটি-ওৱা নাছিল। মাত্ৰ ধূলি আৰু বাঁৰিষা আঠুৱনীয়া বোকা।

আমি কুৰি মাইলমান পথ বৰ আনন্দ মনেৰেই অতিক্ৰম কৰিলো। পিছত ভাগৰি পৰা আলিৰ দাঁতিতে থকা কুঁহিয়াৰ পেৰা শাল এখন দেখি কুঁহিয়াৰ শালৰ কাষ চাপি গলো। এজন বৃদ্ধ মানুহে আমাক ক'ৰ পৰা আহিছো, ক'লৈ যাম সকলোবিলাক উৰাদিহ ললে। খন্তেক জিৰণি লোৱাৰ পাছত দুয়োকো একো বাতি কুহিয়াৰৰ কেচা ৰস খাবলৈ দিলে। বৰ তৃপ্তিৰে ৰসখিনি খাই আকৌ আমাৰ গোৰহাট যাত্ৰা আৰম্ভ কৰিলো। ২ মান বজাৰ লগে লগে আমি বোকাখাটত উপস্থিত হলো। মাত্ৰ দুখনমান চাহৰ দোকান তাত আছিল। তাৰে এখনত সোমাই মাত্ৰ দুই অনা পইছা খৰছ কৰি পেট ভৰাই ৰুটি চাহ খাই ললোহঁক। সন্ধ্যাৰ লগে লগে আমি যোৰহাট টাউন সোমালো। লাগিল গুণাগথা ৰাতিটো 'ক'ত কটাম। হাতত দুয়োৰো মাজত টকা আছিল ৬ টা মাত্ৰ। জামুগুৰিৰেই আমাৰ সহপাঠী "বকুল চন্দ্ৰ ভাগৱতীলৈ মনত পৰিল। ভাগৱতী সেই সময়ত যোৰহাট নৰ্মাল স্কুলৰ ছাত্ৰ। আমি দুই এজন মানুহক নৰ্মাল স্কুল কোন ফালে সোধা-পোচা কৰি প্ৰায় ৭মান বজাত স্কুলৰ হোষ্টেলত ভাগৱতীক লগ ধৰি ৰাতিটোৰ

কাৰণে তাতেই থকাৰ ব্যৱস্থা কৰিলো। তেওঁ একেখন সক বিছ-নাতে দুয়ো শুব লাগিব বুলি কৈ নিজৰ বিছনাখন আমাক এৰি দিলে। ৰাতি হোটেলত বুটৰ দাইল আৰু শল মাছৰ জোলেৰে ভাত খোৱা আজিও মনত আছে। পুৱা শুই উঠি প্ৰাতঃকৃত্য সমাপন কৰি শালিকী স্নানটোও দুয়ো কৰি ললো। পুৱা ৭ বজাত আমি তাৰ পৰা বিদায় ললো। প্ৰয়োজনবেই গেণ্ডিয়া চাইকেল আছিল যোৰহাট টাউনখন ভালকৈ এপাক ঘূৰাত আমাৰ একো অসুবিধা নহল। আমি প্ৰায় চাৰে এঘাৰমান বজালৈকে টাউনখনত ঘূৰি পকি সকলোবিলাক চালো। ভোগদৈৰ দলঙৰ দাঁতিতে দুখন-মান চাহ-পুৰিৰ দোকান দেখা পাই তাৰে এখনত প্ৰায় এঘণ্টা-মান জিৰণি লৈ পেট ভৰাই দিনটোলৈ আজুৰি হৈ ললো।

## শিৱসাগৰ

এক বজাৰ পাছতেই আমি আমাৰ যাত্ৰা আৰম্ভ কৰিলো শিৱসাগৰ অভিমুখে। মেলেং, কাকজান, টীয়ক আদি কৰি দুই এডাখৰ অলপ উন্নত ঠাই অতিক্ৰম কৰি আমি জাঁজী পালো। চাইকেল মাৰি ভাগৰো লাগিছিল; পেটতো বেচ্ ভোকে জাননী দিছিল। জাঁজীত আলিৰ দাঁতিতে থকা চাহ-মিঠাইৰ দোকান এখনত সোমালোহঁক। দোকানৰ মালিকজন এজন আদহীয়া ব্ৰাহ্মণ মানুহ। মই তেখেতৰ দোকানৰ আগত থকা এখন বিৰাট আকাৰৰ বেঞ্চত বহি পৰিলো আৰু এগিলাচ পানী খুজি খাই ললো। দোকানৰ মালিকে সোধাত আমি চাইকেল মাৰিয়েই উজনি অসম ভ্ৰমণৰ কথা ব্যক্ত কৰিলো। কিছু সময়ৰ পাছতেই মানুহজনে তেজপুৰৰ কেইগৰাকীমান বিশিষ্ট মানুহৰ নাম আমাক সুধিলে। আমি চাহ আৰু কিছু মিঠাইৰ অৰ্ডাৰ দিয়াত তেখে-তৰ কৰ্মচাৰী ল'ৰা এজনৰ দ্বাৰাই যোগান ধৰালে। আমাৰ খোৱা শেষ হোৱাৰ কিছু পূৰ্বে তেখেতে নিজহাতে আৰু কিছু

সামগ্ৰী আমাৰ দুয়োকো দিলেহি। আমি তেখেতৰ মুখলৈ চোৱাত মাত্ৰ কলে "খোৱাচোন, খোৱাহঁক।" ভালকৈ পেট ভৰাই খোৱা হল। হাতমুখ ধুই মালিক বহি থকা চকিখনৰ ওচৰলৈ গৈ কিমান পইচা দিব লগা হল বুলি সোধাত তেখেতে গহীনকৈ মাত লগালে "খোৱা পইচা দিব নালাগে"—আমিও অলপ সেমেনা-সেমেনিকৈ হাতযোৰ কৰি তেখেতৰ পৰা বিদায় মাগি শিৱসাগৰ মুখে ৰাওনা হলো। বৃটিছ আমোলতে সজা দিখৌৰ দলংখন টাউনৰ কাষতে। আমি দলংখনৰ মুখ পোৱাৰ লগে লগে এজন বিহাৰী মহলদাৰ পইচা পইচা বুলি আগবাঢ়ি আহিল। জানিব পাৰিলো প্ৰত্যেক বছৰ দলংখনত যাত্ৰী বা যানবাহন পাৰ হবলৈ নীলাম হয়। চাইকেল আৰোহীসকলে এক অনাকৈ পইচা দিহে দলংখন পাৰ হব পাৰে। দলংখন চাই বৰ ভাল লাগিল। সেই সময়ত অসমত বোধকৰো সেইখনেই বৃটিছ সিংহই সজা ইমান মজবুত লোহাৰ দলং আছিল। ইয়াৰ মাজ ভাগটোৰ এটুকুৰা যেতিয়া জাহাজে দিখৌ নৈত মাল-বস্তু লৈ আহি শিৱসাগৰ টাউন সোমায়হি তেতিয়া এটা ভাগ ওপৰলৈ তুলি দিয়া হয়। সেই মুহূৰ্তত মানুহ, ঘোৰা, গাড়ী আদি একো ইপাৰ-সিপাৰলৈ যাব নোৱাৰিছিল। মহলদাৰ-জনৰ খেৰৰ চালিৰ তলতে আমাৰ চাইকেল দুখন আওজাই থৈ ভাবিলো যদি শিৱসাগৰ টাউনত ৰাতি থকাৰ ঠাই নাপাও গ...লৈ ঘূৰি আহিবই লাগিব; তেতিয়া দলং পাৰ হোৱাত দুগুণ প...চা ভৰণী হব। এনেকৈয়ে ভৰাগুণা কৰি থাকোতেই চহৰৰ ফ...ৰ পৰা দলং পাৰ হৈ এজন বুঢ়া মানুহ আহি আমাৰ কাষত থিয় হলহি। তেখেতৰ হাতত মাত্ৰ এডোখৰ ৰঙা হাঁচতিত এটি সৰু টোপোলা। বুঢ়াই মোৰ মুখৰ ফালে চাওঁতেই মই ঘপৰাই মাত লগালো "ককা' দলঙৰ এইপাৰে বাৰু কোনোবা ব্ৰাহ্মণ মানুহৰ ঘৰ আছেনে ইত্যাদি আমি দুয়ো ৰাতিটো আলহী থাকিবৰ ইচ্ছা আছে। তেখেতে সোধাত আমি তেজপুৰৰ পৰা অহা বুলিয়েই কলো। তেখেতে আমাক

প্ৰশ্ন কৰিলে তোমালোকে বাৰু তেজপুৰৰ কোন কোন মানুহক চিনি পোৱা? মই ঘপৰাই ৺কালীচৰণ ভট্টাচাৰ্য্য মোৰ মোমাইদেউ হয় বুলিয়েই কৈ পেলালো। লগতে ৺চন্দ্ৰ শৰ্মা, ৺চন্দ্ৰ বৰুৱা আদি কেইবাজনৰো নাম কলো। তেতিয়া সেইখেতে আমাৰ দুয়োকো পিছে পিছে আহি থাকিবলৈ নিৰ্দেশ দিলে আৰু লগতে কলে যে মই বাৰু ব্ৰাহ্মণৰ ঘৰত ৰাতি থাকিবলৈ তোমালোকক সুবিধা কৰি দিম। ৰাতি চাৰে সাতমান বজালৈকে চাইকেল ঠেলি ঠেলি আমাক প্ৰায় চাৰি মাইলমান তেওঁৰ পিছে পিছে গাঁৱলীয়া ৰাস্তাৰে খোজ কঢ়ালে। বাটত যাওঁতে ৰংঘৰ, কাৰেংঘৰ, জয়সাগৰ, জয়দৌল আদি দেখুৱাই জয়দৌলৰ কাষেৰে কালুগাঁৱলৈ অগ্ৰসৰ হল। এনেকৈয়ে খোজকাঢ়ি ককা এটা পদূলিৰে ঘৰলৈ সোমাল, ঘৰ সোমায়েই আমাক নিৰ্দেশ দিলে বহিবলৈ। আমি প্ৰায় দহ মিনিটমান বাহিৰত বহাৰ পিছতেই আমাৰেই ভনা ৺কালীচৰণ মোমাইদেউৰ ছোৱালী ৺ফেণী আহি আমাৰ দুয়োৰো আগত ঠিয় হলহি। তেতিয়া আমি তিনিও কেইমিনিটমানৰ কাৰণে হতভম্ব হৈ কোনেও কাকো মাতিব নোৱাৰাৰ নিচিনা হলো। আনন্দৰ অশ্ৰু যেন তাইৰ দুয়ো গালে বৈ গল। বুজিলো এইখনেই তাইৰ ঘৰ। কেইমাহমান আগতে সেইখন ঘৰলৈকে তাইক বিয়া দিছিল। তাইৰ অনুৰোধত তিনিদিন তিনিৰাতি তাতেই কটাব লগা হল। সেই কেইদিন খুব ফুৰিলো। জয়দৌল, জয়সাগৰ, বিষ্ণুদৌল, দেবীদৌল, শিৱদৌল, ৰংঘৰ, কাৰেংঘৰ, তলাতল ঘৰ আদি বহুত পুৰণি কীৰ্তি যিমান পাৰো হেঁপাহ পলুৱাই চাই ললো। তিনিদিন এনেকৈয়ে থকাৰ পিছত আমি সকলোটিৰে পৰা বিদায় লৈ ঘৰৰ মালিক ৺হীমধৰ বৰঠাকুৰ ককাদেউতাক সেৱা একোটি জনাই ডিব্ৰুগড় অভিমুখে যাত্ৰা আৰম্ভ কৰিলো।

## ডিব্ৰুগড়

শিৱসাগৰৰ পৰা ডিব্ৰুগড় মাত্ৰ ৩০ মাইলমানহে হ'ব। ডিব্ৰুগড় টাউনত সেই সময়ত আমাৰ কোনো পৰিচিত লোক নাছিল। শিৱসাগৰৰ পৰা এঘাৰমান বজাতে এমুঠি ভাত খাই-বৈ আমি ৪ বজাৰ লগে লগে ডিব্ৰুগড় টাউন পালোগৈ। প্ৰায় দুঘণ্টা সময় আমি ডিব্ৰুগড় টাউনত ঘূৰি পকি সন্ধ্যা সময়ত ৰেল ষ্টেচনৰ ওচৰৰ সৰু হোটেল এখনতে ৰাতিটো কটাবলগা হ'ল। সেই সময়ত অসমৰ হোটেলৰ অৱস্থা অতি দুখ লগা। আমি মাত্ৰ হোটেলৰ মালিকৰ পৰা বাৰ অনা ভাৰাত এটা কোঠাল আৰু লগতে এখন টক্তাপোচ পাইছিলো। নিজৰ যিখন অকণমান বিছনা লৈ গৈছিলো, তাকে পাৰি লৈ ৰাতিটো কটালো। পিছদিনা পুৱাই উঠি ডিব্ৰুগৰ টাউনখন ঘূৰি পকি প্ৰায় দুই-তিনি ঘণ্টা ঘূৰিলো। আলি পদূলিৰ অৱস্থা দেখি আৰু আমাৰ আগলৈ যোৱা নহ'ল। আকৌ শিৱসাগৰ গোৰহাট হৈ ঘৰমুৱা হ'লো। ন দিনত এই ভ্ৰমণ শেষ কৰি নিজৰ ঘৰ পালোহিহঁক।

## পাটনা

১৯৪০ চনৰ ফেব্ৰুৱাৰী মাহৰ সোতৰ তাৰিখে মই সন্ধ্যা সময়ত বিশ্বনাথ পানীভঁৰাল গাঁৱত থকা জেঠেৰা শ্ৰীযুক্ত শৰৎ শৰ্মাৰ ঘৰ পালোগৈ। সেই সময়ত মই মিজিকাজান বাগিচাত চাকৰি কৰি আছিলো। মোৰ চাইকেলৰ পিছফালে এটা চুটকেচ দেখি শৰতৰ দেউতাই মুখলৈ চাই সুধিয়েই পেলালে—কৰবালৈ আকৌ যোৱাৰ মতলব হ'ল নেকি? ময়ো সুবিধা পাই মোৰ বক্তব্য গোটেইখিনি ব্যাখ্যা কৰিয়েই দিলো। শৰতৰ সৈতে দুয়ো জাহাজত উঠি পাটনাৰ ফালে গৈ তাৰ পৰা গয়া, কলিকতা আদিত ঘূৰি পাৰিলে গয়াত মা-দেউতাৰ শ্ৰাদ্ধটো কৰি একেবাৰেই গংগাত অস্থি ক্ষেপণ কাৰ্য্যটোও সমাপন কৰি আহিম বুলি ওলাই আহিছো বুলি কলো। মোৰ

কথাখিনি শুনিব দেউতাই শুনি কিছুক্ষণ নিমাতে থাকি মোক কলে যে কালিলৈ তোমালোকৰ যোৱা নহব। পশ্চিমে দিকশূল। বিমোৰত পৰিলো। জাহাজো এদিন বাদে এদিন। ১০ ফেব্ৰুৱাৰী তাৰিখেহে আমি ৰাতি ১২ বজাত বিশ্বনাথ ঘাটত জাহাজত উঠিব পাৰিলো— আমিনগাঁও ঘাটলৈ জাহাজৰ টিকট দুখন কাটি। জাহাজৰ বইলাৰটোৰ কাষতে দুডোখৰমান কাপোৰ পাৰি দুয়ো শুই পৰিলো। পিছদিনা সন্ধ্যাৰ আগে আগে জাহাজ গৈ আমিনগাঁও ঘাট চাপিল। আমি দুয়ো জাহাজৰ পৰা নামিয়েই অন্য যাত্ৰীৰ লগতে ৰেল ষ্টেচনলৈ ঢাপলি মেলিলো। যাত্ৰীৰ যথেষ্ট ভীৰ। উজনী অসমৰ পৰা অসমৰ বাহিৰলৈ যোৱা এইটোৱেই একমাত্ৰ ৰেলপথ আছিল। পাটনালৈ বুলি দুখন ৰেলৰ টিকট মযে কিনি আনি দুয়ো ৰেলত বহি পৰিলো। আমাৰ কাষতে বহা পাটনা চহৰৰ শিক্ষক এজনক লগ পাইছিলো। তেখেতৰ বৃদ্ধা মাকৰে সৈতে কামৰূপ কামাখ্যা দৰ্শন কৰিবলৈ গুৱাহাটীলৈ আহিছিল। তেখেতৰ লগত বহুত আলাপ আলোচনা হল। আমি তেখেতৰ লগত চিনা-পৰিচয় হবলৈ পাই যেন বৰ সকাহ পালো।

৪৬ ঘটা সময় ৰেলত বহি আমনি লাগিছিল যদিও মানুহজন লগপাই কথাই বতৰাই আমাৰ বেচ্ আৰাম লাগিছিল। মানুহজন সংস্কৃতত বেচ বুৎপত্তি থকা লোক। তেখেতৰ নামটো বিশ্বেশ্বৰ পাণ্ডে। আমি দুৰাতি ৰেলত কটাই পোহৰ হোৱাৰ লগে লগে শোনপুৰ জংচন পালোগৈ। কিছু সময়ৰ পাচতে আমি আটাইকেইজন "দিঘা" ঘাটহৈ ফেৰিৰে গঙ্গা পাৰ হৈ ললো। পাণ্ডেৰ লগতে আমি দুয়ো এখন ঘোৰাগাড়ী ভাৰাকৈ লৈ পাটনা চহৰত উপস্থিত হলোঁহক। তেখেতে আমাক এখন মাৰোৱাৰী ধৰমশালাত সুমুৱাই দিলে। আমি তাত থকা-খোৱাৰ বেচ্ সুবিধা পাইছিলো। দুদিন মনৰ হেপাহৰে পাটনা চহৰখন ঘূৰি পকি চালো। তেতিয়াৰ দিনতেই চহৰখন আধুনিক ভাৱে সজোৱা।

# গয়া

দুদিন পাটনাত ঘুৰিপকি আমি এখন যাত্ৰীবাহী ৰেলগাড়ীত উঠি গয়া পালোগৈ দিনৰ ১১ মান বজাতে। ৰেলৰ পৰা নামিয়েই আমি দুয়ো "ভাৰত সেৱাশ্ৰমত" উঠিলোগৈ। দুৱাৰ মুখতে থকা অফিচৰ পৰা আমাৰ নাম-ধাম লিখাৰ পাচতে দুয়োকো এজন মানুহে স্বামীজীৰ ওচৰলৈ লৈ গ'ল। আমি অসমৰ, পৰা অহা বুলি কোৱাত স্বামীজীয়ে আমাৰ কাৰণে এটা সৰু কোঠালী ব্যৱস্থা কৰিলে। অলপ কথা বতৰা হোৱাৰ পিছতে পিচদিনা পুৱা মোৰ পিতৃ-মাতৃৰ শ্ৰাদ্ধ কৰি বিষ্ণুপদত পিণ্ড দিবৰ কাৰণে এজন বঙালী পুৰোহিত ঠিক কৰি দিলে। শ্ৰাদ্ধাদিৰ খৰচ আৰু আমাৰ খোৱা থকা আদিৰ বাবে মই পুনঃ যথাসাধ্য টকা পইচা জমা দিলো। পিচদিনা পুৱা ৭ বজাৰ লগে লগে মোৰ কোঠালীৰ ওচৰত এজন ব্ৰাহ্মণ ঠিয় হ'লহি। মানুহজনে মোক জনালে যে শ্ৰাদ্ধ কৰিবলৈ সকলো যোগাৰ হৈছে ওলাব লাগে। জেঠেৰী শ্ৰীযুত শৰৎ শৰ্মা আৰু মই দুয়ো পিছে পিছে হাতত ধুতি গামোচা একোযোৰলৈ পিচ ললো।

প্ৰায় ১ মাইল মান দূৰত অৱস্থিত ফল্গু নদীৰ পাৰ পালোগৈ। এইখিনিতে এটা কথা উনুকিওৱা ভাল হব যে ফল্গু নদীখন ইমান বহল যে পাত অংশত পানী মাত্ৰ চিৰচিৰিয়াকৈ হে বৈ আছে। কেতিয়াবা হেনো সোঁত নোহোৱা হয়। মানুহে বালি খান্দি পানী উলিয়াই হে ইয়াত পিণ্ড দিব লগা হয়। এইয়া হেনো সীতাদেৱীৰ নদীৰ প্ৰতি দিয়া অভিশাপ। হাতৰেই পানী চটিয়াই কোনোৰকম গাধোৱা কামটো হ'ল। স্বৰ্গগত পিতৃ-মাতৃৰ পিণ্ড দানৰ আগ মুহূৰ্তত মোৰ লগুণ গছো বালিতে বহি নতুনকৈ সলাই ললো। শ্ৰাদ্ধ শেষ কৰি অৱশিষ্ট পিণ্ড বিষ্ণুপদত অৰ্পন কৰিবহি লাগে। নদীখনৰ দাঁতিতে এটি প্ৰকাণ্ড খোলা মন্দিৰ। ইয়াৰ সোণৰ কলসীৰ চিকমিকনী গোটেই টাউনৰ পৰা দেখা পোৱা হয়।

এই মন্দিৰৰ ভিতৰতে বিষ্ণুপদ। এই মন্দিৰৰ ভিতৰ সোমাই পিণ্ড দান কৰা বৰ কষ্টকৰ। শ শ যাত্ৰী গোটেই ভাৰতবৰ্ষৰ পৰা ইয়ালৈ পিতৃ-মাতৃৰ পিণ্ডদান কৰিবলৈ আহে। মাজৰাতিৰ পৰাই অনেক ধৰ্মপ্ৰাণ মহিলা পুৰুষে ইয়াত পিণ্ডদান কৰিবৰ কাৰণে সমাবেশ হয়হি। বস্তুতে বিষ্ণুপদ দৰ্শন কৰিবলৈকে সুবিধাই নাপায়। মই কোনোৰকম মানুহৰ মাজৰে আঠুলৈ পিণ্ড দুটা বিষ্ণুপদত নিক্ষেপ কৰিলো। পিণ্ডদিয়া বস্তুৰো কোনো সীমা সংখ্যা নাই। কোনোৱে দিছে ভাত, কোনোৱে আখৈমুড়ি, কোনোৱে চাতুগুৰি (গোমধানৰ গুৰি) ইত্যাদি। মুঠতে যাৰ যেনে অভিৰুচি। মই ঘৰৰ পৰাই লৈ যোৱা চাউল, তিল কুশকেইপাত মানৰেই পিণ্ডটো দিলো। অনেকলোকে আকৌ মানুহবিলাকৰ ভৰিৰ তলেদিয়েই সোমাই বিষ্ণুপদত এবাৰ নিক্ষেপ কৰা পিণ্ডবিলাক হাতেৰে সংগ্ৰহ কৰি স্বকীয় বাচনত ধুমধাম গোটোৱা চকুত পৰিছিল। মুঠতে বিষ্ণুপদত পিণ্ড পৰাৰ লগে লগে শেষ। মোৰ পাণ্ডাজনক সোধাত কলেযে এই পিণ্ডবিলাক গৰুক খুৱাব। কোনো কোনোৱে হেনো নিজেও খায়।

বিষ্ণুপদৰ পৰা প্ৰায় এক মাইল মান দূৰত থকা "অক্ষয়বট" জোপাৰ তললৈ ব্ৰাহ্মণজনে আমাৰ দুয়োকো লৈ আহিল। সেই গছ জোপাৰ তলত শ্ৰীৰাম চন্দ্ৰ বনলৈ যোৱা কালত শিবিৰ পাতি জীৰণি লৈছিল। সেই অক্ষয় বটজোপা চিৰঞ্জীৱিত। অমৰ ব্ৰাহ্মন পুৰোহিত জনে মোক সেই গছজোপাৰ তলত বহুৱাই পুনৰ এটা পিণ্ডদান কৰোৱালে। তাৰপৰাই আমি তিনিও উভতি আহি পুৰোহিত জনৰ ঘৰ পালোহি: তেখেতে আমাৰ দুয়োকো বহিবলৈ দি একো গিলাছ চাহ ও লগতে দুটামান মিঠাই খাবলৈ দিলে। চাহ খোৱাৰ পাছতেই তেখেতলৈ মই অলপ দক্ষিণা আগ বঢ়ালো। তেওঁ কিন্তু মোৰ দক্ষিণা গ্ৰহণ কৰিব খোজা নাছিল। তেখেতে মোক কলে যে আমি সেৱাশ্ৰমৰ স্থায়ী পুৰোহিত, আমি পাব লগা আমাৰ অংশ আশ্ৰমৰ পৰা পাই থাকো। তেখেত আৰু আমাৰ

লগত ভাৰত সেৱাশ্ৰমলৈ ঘুৰি নাহিল। মাত্ৰ আমাক এখন ঘোৰাৰ গাড়ী বন্দবস্ত কৰিদি আশ্ৰমলৈ পঠাই দিলে। সেৱাশ্ৰম পাই আমি দুয়ো দুপৰীয়াৰ আহাৰ তাতেই কৰি বিশ্ৰাম ললো। আবেলি গোটেই গয়া নগৰখন ভালকৈ ফুৰি ললো।

## কলিকতা

পিচদিনা ২৭।১।৪০ তাৰিখে পুৱা আঠ বজাত দুয়ো গয়া এৰি পাটনা পালোঁহি। পাটনা ষ্টেচন পাই আমি আৰু ফুৰা চকা কৰা নহল। সন্ধ্যা সময়ত কলিকতালৈ যোৱা গাড়ী আছে বুলি বিহাৰী শ্ৰমিক এটাই সংবাদটো দিলে। আমি শিয়াল দহলৈ দুখন টিকট কাটি ললো। সেই যুগত তাৰপৰা মাত্ৰ সেই একেখনেই গাড়ী অত্যাধিক ভিৰ হয়। কেনেকৈ গাড়ীত উঠিম বুলি চিন্তাত পৰিলো। ইতিমধ্যে দুজন মানুহে আমাৰ লগত বন্দবস্ত কৰিলে যে আমি দুয়োজনকে একেটা কোঠালিত উঠাই দিম। কিন্তু এটকাকৈ দিব লাগিব। যথাসময়ত আহি ৰেলখন পাটনা ষ্টেচনত ঠিয় হলহি। অসংখ্য যাত্ৰীৰ ভিৰ। এখন খোলা খিৰিকীৰ ফাকেৰে আমাৰ দুয়ো জনকে এজন এজনকৈ আমাৰ ভৰিৰ মাজত মূৰ সুমুৱাই বস্তা পেলোৱাৰ দৰে আমাক মুহূৰ্তৰ ভিতৰতে গাড়ীৰ ভিতৰলৈ দলিয়াই দিলে। সিহঁতে টকা দুটা আমাৰ পৰা আগতেই আদায় কৰিছিল। আমাক দলিয়াই দিয়া সেইটো এটা সৰু কোঠালি। তাত মাত্ৰ ৬ জন মহামানুহ আছিল। সিহঁতৰ আছিল কিছুমান বাদ্যযন্ত্ৰ। বোধহয় গোসাঁলীটো কিবা সংৰক্ষিত কোঠালীনে কি আমাৰ ভালকৈ জনা নহল।

এক নম্বৰতে মোকেই গাড়ীত সুমুৱাইছিল। মই গৈ ওখ ওখ পাগুৰি বন্ধা পাঠানলোক এজনৰ গাত পৰিলো। পাঠান লোকজনে মোক লগে লগে বাৰুকৈয়ে ভকুকিল দি সম্ভাষণ জনালে। মোৰ

জেঠেৰী শ্ৰীশৰৎ বাবুৰেও দুই এটি ভুকু কিল নোগোৱাকৈ নাথাকিল। লগে লগে সিহঁতে আমাৰ দুয়োকো বহা বেঞ্চৰ তললৈ সুমুৱাই দিছিল। কিছু সময়লৈকে আমি ভয়ত উশাহেই ঘূৰাব পৰা নাছিলো। তাৰ পাছতেই গাড়ী এৰি দিলে কলিকতা অভিমুখে। কিছুসময় গাড়ী যোৱাৰ পাচত মই মানুহ কেইজনক হাত যোৰ কৰি কলো যে আপোনালোকৰ ভৰিৰ দাঁতিতে আমাক অলপ বহিবলৈ দিয়ক। এজনে উত্তৰত হিন্দী ভাষাত মাত লগালে "যেনেকৈ গাড়ীত উঠিছা তেনেকৈয়ে শুই থোৱা"

তাৰ মাজতে জেঠেৰীয়ে মোক সম্বোধন কৰি কলে "বুজিছ" তোৰ লাজ নাই ইমানে ভয় নাই, তোক আৰু লাগে নহয়? সেই সময়ত গাড়ীবিলাক বৰ্তমানৰ পাকিস্তান হৈ কলিকতালৈ গৈছিল। প্ৰায ১৭ ঘণ্টা সময় এনেকৈয়ে অতিবাহিত হ'ল কিবা কাৰণত লালমনিৰ হাটত গাড়ীখন বদলি কৰিব লগা হল আমি স্বস্তিৰ নিশ্বাস পেলাই অন্য গাড়ীৰে গৈ অন্য এটা দবাত কোনোৰকম বহিলোগৈ। ৮।১।৫০ তাৰিখে পুৱা ৮ মান বজাত শিয়ালদহ ষ্টেচন পাই নামি পৰিলো। তাতে পোনে পোনে মজদুৰ কুলি এটাৰ সহায়ত "টাগাৰ লজ" পালোগৈ।

তাতেই থকা খোৱাৰ ব্যৱস্থা কৰিলো। আমি কলিকতাত মাত্ৰ তিনিটা দিনহে থাকিলো কাৰণ ১৯৪৩ চনত গোটেই ভাৰত-বৰ্ষতেই দুৰ্ভিক্ষই মহামাৰি ৰূপ ধাৰণ কৰিছিল। লগতে ভাৰতৰ পৰা বৃটিছ খেদোৱাৰ বিৰাট আন্দোলন। সেই সময়ৰ পৰা আৰম্ভ কৰি বঙ্গদেশত খাদ্যাভাব হৈ ১৯৪৩ চনৰ শেষলৈকে প্ৰায় ৩৫ লাখ মানুহ খাবলৈ নাপাই যমৰজাৰ আলহী হৈছিল। আচৰিত হৈছিলো ৰেল ষ্টেচন বিলাকত মৃতদেহ বিলাক পৰি থকা দৃশ্য দেখি। ৰেলষ্টেচন বিলাকত মৃতমাতৃৰ স্তন-পান কৰি পৰি থকা শিশুৰ চমক-প্ৰদ কাহিনীও দুই এটা আমাৰ কাণত পৰিছিল। অতি হুলস্থুলৰ মাজত কলিকতা চহৰখন মই প্ৰথম বাৰৰ কাৰণে মাত্ৰ দুই

চাৰি ঠাই চাই ললো। কলিকতাৰ কালীঘাটৰ ওচৰৰ উত্তৰবাহি গঙ্গাত মোৰ পিতা-মাতাৰ পবিত্ৰ অস্থি ক্ষেপন কৰি সামান্য ভাৱে শ্ৰাদ্ধ কৰিলো। দক্ষিণেশ্বৰ কালি মন্দিৰ, কালিঘাট, বিৰলাভৱন আদি দৰ্শন কৰি মোটামোটি ভাবে চাবলগা কিছু চাইছিলো। ১৯।১।৪০ তাৰিখে পুন শিয়ালদহত ৰেলত বহি দুয়ো ঘৰমুৱা হলো।

## দাৰ্জ্জিলিং

১৯৪২ চনৰ মাৰ্চ মাহত তেজিয়াৰ মঙ্গলদৈ মহকুমাৰ কৌপাটী চাহ বাগানৰ হেড্ ক্লাৰ্ক শ্ৰীযুত সৰ্ব্বেশ্বৰ পঞ্চাননৰ সহায়ত চাকৰি এটাত সোমাই পৰিলো। কোম্পানীটো কিন্তু সম্পূৰ্ণ চাহ বাগিচাৰ নাছিল। চাহ কোম্পানীৰে ই এটা "ৰিহা" সূতাৰ প্ৰতিষ্ঠান। ৰিহা সূতাৰ বাগিচাখন আছিল মাত্ৰ দহ একৰৰ। এই ৰিহাগছৰ আঁহ বিলাক স্কটলেণ্ডলৈ চালান হৈছিল। ইয়াৰ পৰা পেৰাচুট চিল্ক তৈয়াৰ হৈছিল। মোৰ মেনেজাৰজন আছিল এজন স্কটিচ্। মোক কেৰাণী হিচাবেই তাক ৰাখিছিল আৰু পাচলৈ মোৰ কাম বন কম থকাত ৰিহাগছ ৰোপা, কটা ও ৰাসায়নিক পদাৰ্থৰ দ্বাৰা আঁহবিলাক কেনেকৈ চাফা কৰিব পাৰি ইত্যাদি কাম তেওঁ মোক শিকাইছিল। মেনেজাৰজনৰ নাম আছিল এম্ কেচ্লিন। তেখেতে চীন দেশৰ এখন ৰিহা বাগানৰ ফাৰ্মত কাম কৰিছিল। চীন দেশত এই ৰিহাগছবিলাকক 'ৰেমি' বোলে। জাপানত ইয়াক "কোৱাংগাই" বোলা হয়। কৌপাটী বাগানৰ ভিতৰতে মোকো এটা ঘৰ দিছিল। বাগিচাৰ কৰ্ম্মচাৰীসকলৰ লগত মোৰ বেচ ঘনিষ্ঠ সম্বন্ধ হৈছিল। বিশেষকৈ ডা. শ্যামল চেটাৰ্জ্জী মোৰ বৰ বন্ধু আছিল। ওঠৰ মাহ একেলগে চাকৰী কৰাৰ পাচত কোম্পানীয়ে ডাঃ চেটাৰ্জ্জিক দাৰ্জ্জিলিং নগৰৰ ওচৰৰ মাৰ্গেৰেটচ-হপ নামৰ চাহবাগিচা এখনলৈ বদলি কৰি দিলে। আমি দুয়ো চকুৰ আঁতৰ হলো। তেওঁ কিন্তু বদলি হৈও মোলৈ চিঠি পত্ৰৰ আদান প্ৰদান কৰি আছিল।

মোৰ মেনেজাৰ মিঃ চপিনকো মাজে মাজে তেওঁৰ খা-খবৰ দি থাকো। এদিন সন্ধ্যা বেলা কাম-কাজ শেষ কৰাৰ পাচত মিঃ চপিনে মোক কলে যে আপুনি এবাৰ ডা. চেটাৰ্জীৰ তালৈ যাওক আৰু লগতে দাৰ্জ্জিলিং খনো ফুৰি আহক গৈ। তেওঁৰ কথাটো শুনি ময়ো আনন্দ পালো। প্ৰায় এসপ্তাহমান পাচতেই মোৰ সহধৰ্মিনী শ্ৰীমতী বিন্দুৰ ভিনিহীদেউক শ্ৰীযুক্ত সৰ্ব্বেশ্বৰ পঞ্চাননৰ ঘৰতে ৰাখি ১৯৪৩ চনৰ সোতৰ নবেম্বৰৰ দিনা পুৱা এখন গৰুৰ গাড়ীত উঠি ৰোতাবাগান ৰেলষ্টেচন পালোগৈ। শ্ৰীমতীক বায়েক ভিনিহীদেউহঁকৰ লগত ৰাখি যাবলৈ পোৱাত মোৰ সকলো চিন্তা দূৰ হল। চাৰিদিন আগতে মাত্ৰ ডা. চেটাৰ্জ্জিলৈ এখন টেলিগ্ৰাম কৰিলো নিৰ্দিষ্ট তাৰিখত ৰেলত গৈ পামগৈ বুলি। মিঃ চপিনেও মাৰ্গেৰেট্‌চ-হপ চাহ বাগানৰ মেনেজাৰলৈ মোৰ হাতত এখন চিঠিও দিলে। মোৰ ফুৰাচকাৰ সুবিধা কৰিবৰ কাৰণে ৰোতা বাগান ষ্টেচনত মাজনিশা ৰেলগাড়ীত উঠি ১৯ তাৰিখে পুৱা শিলিগুৰিত নামি পৰিলো। প্ৰায় তিনি ঘণ্টা ৰোৱাৰ পাচত দাৰ্জ্জিলিং হিমালয়নি ৰেলওৱেৰ ক্ষুদ্ৰ ৰেল-খনত উঠি পৰিলো টুং নামৰ এটা ৰেলষ্টেচনলৈ। পাহাৰৰ মাজে মাজে গাড়ীখন এবাৰ ওপৰলৈ এবাৰ পিছলৈ ঠেলি ঠেলি লৈ অগ্ৰসৰ হ'ল। গোটেই দিনটো আমনি লাগিল অকলে বহি বহি। তাতে তুৰাতি টোপনি নাই। সেই যুগত ৰেলগাড়ীত শুবপৰা কোনো ব্যৱস্থাই নাছিল। দিনৰ এক বজাত কাৰ্চিয়াং টাউন ষ্টেচনটো পালো। গাড়ী বহুত সময় ৰোৱাত তাতে হাত-মুখ ধুই অলপ চাহ জলপান খাই ললো। সন্ধ্যাৰ লগে লগে কুলীৰে ঢাকখোৱা ৰেল পথৰে গৈ টুং ৰেল ষ্টেচন পালোগৈ। ৰেলৰ পৰা নামি হাতত চুটকেচটো লৈ ষ্টেচন ঘৰত জ্বলাই থোৱা লেমটোৰ ফালে অগ্ৰসৰ হলো। ভিতৰ সোমায়েই ষ্টেচন মাষ্টৰজনক দাদা বুলি সম্বোধন কৰি নমস্কাৰ জনালো। মোক দেখা পায়েই বঙালী ভাষাতে কৈ উঠিল" আপুনি

নিশ্চয় অসমৰ পৰা আহিছে নহয়?' আপোনাৰ কাৰণে ডাঃ চেটাৰ্জীযে ঘোঁৰা পঠাই দিছে। ষ্টেচনৰ পিচফালে বৈ থকা নেপালী লৰাটোৰ ফালে ইঙ্গিত দি মোক দেখুৱাই দিলে।

এটা সৰু ১১'৪ বছৰীয়া লৰা আগবাঢ়ি আহি 'হজুৰ, চালাম' বুলি কৈ লগে লগে ঘোঁৰাত উঠিবলৈ নিৰ্দ্দেশ দিলে। প্ৰথম জীৱনত ঘোঁৰাৰ পিঠিত উঠা আৰু এই অন্ধকাৰ ৰাতি পৰ্ব্বতীয়া সুৰুকিয়া বাটৰে চাহ বাগিছাৰ মাজে মাজে আঠে মাইল বাট ঘোঁৰাৰ পিঠিত বহি বহি কিদৰে আকাশ পাতাল গনিছিলো মনত পৰিলে আজিও হাঁহি উঠে। লৰাটিয়ে ঘোৰাৰ লেকামদাল ধৰি ধৰি ঘোঁৰাৰ আগে আগে গৈছিল প্ৰায় আঠ মান বজাত ঘোঁৰাটো ডাঃ চেটাৰ্জীৰ দুৱাৰ মুখত ঠিয় কৰালে। লগে লগে ডাক্তৰনী বৌ আৰু চেটাৰ্জী ভিতৰৰ পৰা ওলাই আহি যথাযোগ্য সম্ভাষন জনাই একেবাৰেই ভিতৰলৈ লৈ গৈ জ্বলি থকা চিমনাটোৰ কাষত বহুৱালে। মোৰ বুৰ ভাগৰ আৰু টোপনী নোহোৱাৰ কথা অনুভৱ কৰি সোনকালেই মোক খুৱাই বুৱাই শুবলৈ দিহা কৰি দিলে। পুৱা ছোটাৰ সাত বজাত হে বিছনা ত্যাগ কৰিলো। প্ৰথম হিম প্ৰবাহ হেতু পুৱা সূৰ্য্য উদয় যেন ৰব দেখিবৈহে হৈছে। পুৱা দহ বজাত মযো মেনেজাৰ চাহাবৰ ওচৰলৈ ডাঃ চেটৰ্জ্জিৰ সৈতে গলো। মিঃ চপিনে মোৰ হাতত দিয়া চিঠিখন মেনেজাৰৰ হাতত দিয়াৰ পাচত ইংৰাজীত কিছুসময় কথা বতৰা হলো। খন্তেক পিচতে মেনেজাৰে মোক ফেক্টৰীৰ ফালে লৈ গল আৰু সকলো বিলাক দেখুৱালে। বেচ চাফা পৰিপাটি বাগানখন।

দুদিনমান থকাৰ পাচতেই ২২।১১।৪৩ তাৰিখে অতি প্ৰত্যুষতে এখন লেণ্ডৰভাৰ গাড়ী মেনেজাৰ চাহাবে পঠিযাই দিলে। ডাক্তৰ বাবু ও মই দুযো চাৰে চাৰিতা বজাতে গাড়ীত উঠি ঘুমৰ পৰা ১০ মাইল মান দূৰৰ টাইগাৰ হীলৰ পৰা ধবলগিৰীৰ সূৰ্য্য উদয় হোৱাৰ মনোৰম দৃশ্য চাবলৈ বৰ কোবা-কুবিকৈ গৈ সেই অপূৰ্ব্ব দৃশ্যাৱলী উপভোগ কৰিলোগৈ। সূৰ্য্য উদয হোৱাৰ পৰা প্ৰায় ১৫ মিনিটমান

সময় হে উপভোগ কৰিব পাৰি। ইয়েই টাইগাৰ হীলৰ চানৰাইজ (Sun rise) দাৰ্জ্জিলিংঅলৈ যোৱা প্ৰত্যেক মানুহেই এই দৃশ্যাৱলী উপভোগ নকৰাকৈ নাহে। সম্পূৰ্ণ সূৰ্য্য উদয় হোৱাৰ পাচতেই গোটেই হিমালয় পৰ্ব্বতৰ অংশ বিলাক ডাঠ কুৱলীয়ে অন্ধকাৰ কৰি সেই সোণালী ৰং চিন নোহোৱা কৰিলে। আমি দুয়ো পুন. গাড়ীত উঠি ঘুম অফিমুখে যাত্ৰা কৰিলে। "ঘুম" পোৱাৰ কিছু আগতে "কেভেণ্ডাৰছ ডায়েৰী ফাৰ্মখন পাই দুয়ো গাড়ীৰ পৰা নামি ডায়েৰী ফাৰ্মখনত সোমাই পৰিলো। ইয়াত দেখিবলৈ পালো প্ৰায সকলো দেশৰে গাইগৰু বিলাক।

এজনী অষ্ট্ৰেলীযা দেশৰ গাই দুৱাৰ মুখতে পৰি থকা চকুত পৰিল। গাইজনী দেখাত এজনী প্ৰকাণ্ড মহৰ নিচিনা। গাইজনী তেতিয়াও খীৰোৱা নাই। এদাল শিকলিৰে বান্ধি থোৱা গাইজনীৰ ওহাৰেদি গাখীৰ বৈ আছিল। গাইজনীয়ে হেনো দিনে একমোনলৈ গাখীৰ দিযে। হলেণ্ড, বেলজিযাম, আদি বিভিন্ন দেশৰ গাইগৰু বিলাক চালো। ইযাতেই ভাল চাহ দোকান এখনত চাহ জলপান খাই ললোঁহক। ইযাৰ পাচতেই ডাক্তৰৰ নিৰ্দেশক্ৰমে আমাৰ গাড়ী ৰলহি "ঘুমৰ" বৌদ্ধ মন্দিৰৰ সন্মুখৰ বৰ ডাঙৰ মন্দিৰটো। ইয়াৰ চোহদটোৰ চাৰিওফালে অসংখ্য বৌদ্ধ ভিক্ষুকে সাচিপাতত লিখা পুথিবিলাক মেলিলৈ গুণগুণাই একান্তমনে পঢ়িথকা দেখিবলৈ পাইছিলো ওচৰেদি কোনোলোক পাৰহৈ গলেও সেওলোকে মুৰ দাঙি নাচায। ঘুমৰপৰা আমি ৯ মান বজাত দাৰ্জ্জিলিং টাউন পালোগৈ। গোটেই টাউনখনৰ দাতিয়ে কাষৰে সকলো চাই আমি ফুৰিলো। তাৰ ভিতৰত ভিক্টোৰীযা জলপ্ৰপাত, হাডেনগাৰ্ডেন, গ্লাচহাউচ পলগ্ৰাউণ্ড, টেনজিং চেৰপাৰ ঘৰ, আদি কৰি নিমানখিনি তেতিয়াৰ দিনত চাব লগা আছিল সকলো চাই শেষ কৰিলো। ইযাৰ পিছতো আৰু তিনিবাৰ দাৰ্জ্জিলিংঅলৈ যোৱাৰ সুবিধা পাইছিলো। ৫ টা বজাৰ কিছু আগে আগে আমি ডাক্তৰ চেটাৰ্জীৰ বাগানৰ ঘৰ পালোহি।

মাৰ্গেৰেটচ্-হপ বাগিচাত দুটা দিন বৰ ফূৰ্তিৰেই কটালো। ১৫।১১।৪৩ তাৰিখৰ দিনা পুৱা ৯ বজাতে পুনঃ দাৰ্জ্জিলিঙৰ পৰা অহা ৰেলখনত "টুং" ষ্টেচনত উঠি লৈ শিলিগুৰি পালোহি। লক্ষ্ণৌৰ ফালৰ পৰা অহা ৰেলখন সেইদিনা কেইবা ঘন্টাও দেৰি হোৱাৰ কাৰণে শিলি-গুৰিত বহুত সময় অপেক্ষা কৰিব লগা হৈছিল। প্লেটফৰ্মত পৰি থকা শ শ ভিক্ষাৰী আৰু চাৰিওফালে হাজাৰ হাজাৰ মিলিটাৰী দেখি মনৰ মাজলৈ কিবাকিবি ভাব বিলাক আহিছিল। সেই সময়তেই পৃথিৱী ব্যাপি মহাযুদ্ধ আৰু লগতে আমাৰ ইয়াত আছিল বৃটিচ খেদোৱা আন্দোলন। ৰাতি : মান বজাত ৰেলত বহি বৰ কষ্টেৰে পিচদিনা তিনি বজাত নিজৰ ষ্টেচন বৌৰাবাগান পাইছিলোহি।

১৯৪৪ চনৰ মাৰ্চ মাহৰ শেষতেই মই চাকৰী কৰি থকা ৰিহা সূতাৰ বাগানখন বন্ধ কৰিবলৈ জাননী আহিল। অসম কোম্পানীৰ পৰা চিঠি আহিল যে যিবিলাক ৰিহা সূতাৰ আঁহ আমি জাহাজেৰে কলিকতা হৈ পঠাইছিলো সেইবিলাক মহাযুদ্ধৰ হেতু সাগৰৰ বুকুত লীণ গ'ল। মোৰো চাকৰি শেষ হ'ল। বালা বন্ধু শ্ৰীহলধৰ ভাগৱতীয়ে তেজপুৰত লগ পায়েই জোৰ কৰি ঢেকীয়াজুলিৰ "হেমচান্দ নাডুৰামৰ" ফামত এজন কেৰাণী লাগে বুলি মোক তালৈ পঠিয়ালে। মোৰ কাম হ'ল মহাযুদ্ধৰ সময়ত পেট্ৰলৰ ৰেচনিং হোৱাত কুপন কাটি গাড়ীৰ মালিকসকলৰ যাৰ যিমান পেট্ৰল পাব লাগে সেই হিচাবে বিতৰণৰ ব্যৱস্থা কৰা। এঘাৰ মাহ এনেকৈয়ে কাম কৰি ১৯৪৫ চনৰ মাৰ্চ মাহত ঘৈৰ আলি চাহ বাগিচাৰ কলঘৰৰ কামতেই সোমাই পৰিলো। একেটা পিঞ্জৰাতে ১৬ বছৰ সোমাই থাকি ১৯৭১ চনত কামৰ পৰা অবসৰ লৈ স্বাধীন জীৱনৰ পাখিনি মেলিলো আজিলৈকে।

১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পাচতেই বৃটিচ সিংহ স্বৰূপ বগাচামৰা সকলৰো মেৰুদণ্ড ভাগি পৰিল। বাগিচাত কাম কৰা কৰ্ম্মচাৰী সকলকো বহুতখিনি সুবিধা আগবঢ়াবলৈ প্ৰস্তুত হ'ল। ময়েই প্ৰথমে সেইখন বাগিচাত ডিচেম্বৰ মাহত কলঘৰৰ কাম বন্ধ

হোৱাত ১৫ দিন ছুটী খুজি কৃতকাৰ্য্যতা লাভ কৰিলো। অৱশ্যে বছৰেকীয়া বানচ ভ্ৰমণ বানচ আদি দিয়াত পিচলৈহে তেওঁলোক মান্তি হ'ল। ১৯৪৭ চনত মই মোৰ সহধৰ্মিনীক লগত লৈ শ্বিলং, তিনিচুকীয়া, ডিগবৈ, শিৱসাগৰ, কহিমা, ইম্ফল, ডিব্ৰুগড় আদি বিশেষ বিশেষ ঠাই খিনি ঘূৰাই আনিলো।

## শিলচৰ

১৯৫০ চনত পাহাৰ অঞ্চলৰ মাজেদি লামডিঙৰ পৰা কাছাৰ জিলাৰ বদৰপুৰ, শিলচৰ আদি কেইবাখনো ঠাই দুয়ো ফুৰি আহিলোগৈ। কাছাৰলৈ যাওঁতে ৰেল পথৰ সুৰঙ্গখিনিৰ মাজেৰে ৰেলত পাৰ হওঁতে বেচ ভাল লাগিছিল। সুৰঙ্গৰ মাজেৰে যেতিয়া ৰেলখন পাৰ হয়, তেতিয়া দিনতো অন্ধকাৰ হৈ পৰে। কাৰো মাত কথা শুনা হৈ পৰে। চাকৰীৰ পৰা অব্যাহতি লৈ ১৯৭৮ চনৰ পুহ মাহৰ সংক্ৰান্তিত মোৰ সহধৰ্মিনী, সৰু ভনী, সৰু জোৱাই শ্ৰীজগৎ গোস্বামী এই চাৰিও-জন পৰশুৰাম কুণ্ডত স্নান কৰা আৰু মেলাখন চোৱাৰ কথা মনত পৰি থাকে। আমি ৰাতি চাৰিওজনেই গছৰ তলত জুইৰ কাষত শুইছিলো। এগৰাকী মণিপুৰী বৃদ্ধা আইতাৰ ওচৰত তেওঁলোকৰ জুইশালতে ভাত ৰান্ধি খাইছিলো। এই বছৰটোৰেই ফেব্ৰুৱাৰী মাহৰ শেষলৈ অসমৰ বুকুতে থকা পৃথিবীৰ সৰ্ববৃহৎ নদীদ্বীপ মাজুলীখন চাবৰ কাৰণে সহধৰ্মিনয়ে বৰ আগ্ৰহ প্ৰকাশ কৰিলে। দুয়ো কমলাবাৰী ঘাট হৈ মাজুলীৰ আউনিআটীৰ শ্ৰীযুত সুৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ ঘৰত আলহী হৈ ওলালোগৈ। মাজুলীৰ মাজত যান-বাহন বুলিবলৈ মাত্ৰ কেইখনমান বেচৰকাৰী মটৰ বাছ। মাজুলীৰ ইমূৰৰ পৰা সিমূৰলৈকে মাত্ৰ শিল-গুটিৰ ৰাস্তাটো। বাৰিষা হলেই ব্ৰহ্মপুত্ৰই তাণ্ডৱলীলা দেখুৱায়। প্ৰত্যেক বছৰেই। দুদিন বেচ ঘূৰিলোহক পাবলিক বাছত উঠিয়েই। আউনিআটি, গড়মূৰ, দক্ষিণপাট, কমলাবাৰী আদি কৰি চাৰিওখন সত্ৰ

ঘূৰিলো। ইয়াত ফুৰাৰ কাল ছোৱাত সত্ৰ কেইখনত দৈ, কোমল চাউল খুব খাবলৈ পাইছিলো। শেষৰ দিনটোত মই বাৰুকৈয়ে পেটৰ অসুখত ভূগিলো। লৰালৰিকৈ আমি দুয়ো নিমাতি ঘাট পাৰ হৈ যোৰহাট পালোহি ১১ বজাৰ আগে আগে। মোৰ সহধৰ্মিনীৰ ইচ্ছানুসাৰী দুয়ো যোৰহাটত বেছি সময় অপেক্ষা নকৰি ইণ্ডিয়ান এয়াৰলাইনচৰ চিটি অফিচ পালোগৈ। তেজপুৰলৈ দুখন প্লেনৰ টিকট কিনি তেওঁলোকৰ বাছেৰেহে ৰবৈয়া পালো অন্য কেইজনমান যাত্ৰীৰে সৈতে। ৰ'বৈয়া [যোৰহাট] ফিল্ডত আমি বেছি সময় নালাগিল। মাত্ৰ আধা ঘণ্টাৰ পিচতে আমাৰ আকাশযানখন আহিল। আমি নিৰ্দিষ্ট স্থানত বহি পৰিলো। মাত্ৰ ২৫ মিনিট সময়হে আমি আকাশ যানত ভ্ৰমণ কৰিবলৈ পালো। প্ৰায় ২০ মিনিট ছোৱাত আমি প্লেনৰ পৰা নামি তেওঁলোকৰ সৰু যানখনত উঠি তেজপুৰ পালোহি।

**লক্ষ্নৌ**

১৯৭৬ চনৰ জানুৱাৰী মাহৰ ১৬ তাৰিখে মোৰ ঘৰতে দিল্লীৰ চন্দ্ৰ শৰ্মা নামেৰে এজন লৰাৰ লগত পৰিচয় হয়। দিল্লীৰ পৰা ৩০ মাইল মান আঁতৰৰ মিৰাটত তেওঁৰ ঘৰ। লৰাজন মোৰ লৰাহঁতৰো বন্ধু। সেই সময়ত তেও তেজপুৰ শালনী ফিল্ডত এম, ই, এচ অ'ত, চাকৰী কৰিছিল। তেওঁ আমাৰ দুয়োকো দিল্লীলৈ যাবৰ কাৰণে অনুৰোধ কৰিলে। আমাৰো প্ৰথম দিল্লী যাত্ৰাৰ কাৰণে প্ৰবল ইচ্ছা হল। তেওঁ দুই এদিনতে দিল্লীলৈ যাম বুলিও কলে। দিল্লী চহৰৰ কাষতে থকা গাজিয়াবাদত তেওঁৰ খুৰাদেউক থাকে। খুৰাদেউক গাজিয়াবাদৰ "মোহন চিত্ৰালোক" চিনেমা হলৰ মেনেজাৰ। পহিলা আমাক খুৰা-ককৰ ঘৰলৈকে যোৱাৰ কাৰণে অনুৰোধ কৰিলে আৰু তেওঁক তাতেই লগ পাব বুলিও কলে। পিচদিনা পুৱাই তেজপুৰ ৰেলষ্টেচনলৈ গৈ মোৰ আৰু সহধৰ্মিনীৰ কাৰণে দুখন টিকট কিনিলো।

প্ৰথমতে ২০ জানুৱাৰী তাৰিখে লক্ষ্ণৌলৈ যাব পৰাকৈ ৰিজাৰ্ভেচন কৰি থলো। যথা সময়ত ২২ জানুৱাৰী তাৰিখে খুব পুৱাতে লক্ষ্ণৌত উপস্থিত হলোগৈ।

লক্ষ্ণৌ চহৰখন মুছলমান প্ৰধান চহৰ। এই চহৰখনৰ মধ্যভাগ বেচ্ চাফ-চিকুন। গোমতী নৈখন চহৰৰ মাজেৰে বৈ গৈছে। গোমতী নৈৰ পাৰত সজা এখন পাৰ্ক বেচ্ মনোগ্ৰাহী। তচৰাত মহাত্মাগান্ধীৰ এটি মূৰ্ত্তি বিৰাজ কৰিছে। চহৰৰ ভিতৰত "বৰা-ইমামবৰা" আৰু "চোট ইমামবাৰা"। আমি দুয়ো "বৰাইমামবাৰা টোতে এজনে গাইডৰ সহায়ত নগদ চাৰি টকাদি সোমোৱাৰ ব্যৱস্থা কৰি ললো। এই ঘৰটোত বহি মুছলমান বাদসাহ সকলে সকলো মেলমিটিং কৰিছিল। ঘৰতো তিনিমহলীয়া। ইয়াত এশৰো অধিক দুৱাৰ আছে। সেই হিচাবে কোঠালীবোৰ। তয়াত গাইড নোহোৱাকৈ অকলে ভিতৰলৈ সোমালে নতুন মানুহৰ দিনতো ঘৰটোৰ ভিতৰৰ পৰা বাহিৰলৈ ওলাই অহা টান যেন অনুমান হয়। ঘৰটোৰ মধ্যভাগত এটুকুৰা ঘূৰণীয়া স্থান। তয়াত ঘূৰণীয়া ভাৱে ৰজা মহাৰাজ পাত্ৰ মন্ত্ৰী সকল বহিছিল।

ওপৰৰ মহলাত ঠিক তেনেকৈ বেগম সকল বহি আমোদ প্ৰমোদ কৰিছিল। তলৰ পৰা ওপৰলৈ চালে কোনেও কাকো দেখা নাপায়। কিন্তু ওপৰৰ পৰা তললৈ চালে সকলোকে দেখা পায়। গাইড জনৰ নিৰ্দেশ ক্ৰমে আমি দুয়ো বাদচাহ বেৰনহে চালো। ঘৰটোৰ আৰু এটা বৈশিষ্টপূৰ্ণ কথা হল, ঘৰটোৰ এশ ডেৰশ মান কোঠালী, দেখাত সকলো একে। ইয়াৰ ভিতৰত তিনি মহলীয়া ঘৰটোৰ ঠিক বেৰৰ গাতে মুখ দি যদি এজনে ফুচফুচায়ো কথা কয় তথাপি বহুত দূৰত কাণপাতি বেৰৰ গাত কাণদি শুনাজনে সকলো কথা—সুন্দৰ কৈ শুনিব পাৰে। আমাৰ গাইডজনে আমাৰ ওচৰৰ পৰা পলাই গৈ ঘৰটোৰ এঠাইৰ পৰা বেৰত লগাই দিয়াছলাইৰ কাঠি এটা মাৰি আমাক সুধিছিল মই বাৰু কি কৰিলো।

উত্তৰ আমি দিলোৱেই "তুমি দিয়াছলাই মাৰিছা নহয় নে? এনেকৈয়ে ভালে খিনি সময় গাইড্ জনৰ লগে লগে গোটেই ঘৰটোৰ ভিতৰ খন ফুৰিলো। মুকলি পথাৰ খনলৈ নামি আহি তেওঁৰ প্ৰাপ্যখন চাৰিটকা হাতত গুজি দি নমস্কাৰ এটা লৈ তেওঁৰ পৰা বিদায় ললো। বৰ ভাল লাগিছিল বস্তুটো চাই। আমি দুয়ো পুনঃ খোচকাটিয়েই আমি থকা হোটেল খনলৈ উভতিলো। আবেলি তিনিটা বজাত এখন টেক্সী ভাৰা কৰি গোটেই লক্ষ্ণৌ চহৰখন ঘুৰি পকি চাই ললোহক।

## দিল্লী

লক্ষ্ণৌৰ পৰা ১৩।১।৭৩ তাৰিখে আমি দুয়ো দিল্লী অভিমুখী ব্ৰডগজ ৰেলত বহিলো। আমাৰ ৰিজাৰ্ভেচন নাছিল যদিও গাৰ্ডবাবুক টকা পোন্ধৰটা হাতত গুজি দিয়াত আমাক ৰিজাৰ্ভেচন কোঠাত নি দুখন বেঞ্চত ৰাতিটো যোৱাৰ সুবিধা কৰি দিলে।

এদিন পত্যুষত আমি গাজিয়াবাদ ষ্টেচন পালোগৈ। তাৰপৰা দিল্লী পুৰণা ষ্টেচন মাত্ৰ ১২ মাইল মানহে দূৰ। আমি দুয়ো হাত মুখ ধুই গাজিয়াবাদ ষ্টেচনতে অলপ চাহ খাই ললো। ষ্টেচনৰ পৰা মোহন চিত্ৰালোক" চিনেমা মাত্ৰ আধা মাইল মানহে হব। দুয়ো এখন ৰিক্সা লৈ চিনেমাহল পালোগৈ। ৰিক্সাৰ পৰা নামিয়েই মেনেজাৰ শৰ্মাক এটি সন্মানসূচক নমস্কাৰ দি ভতিজাক চন্দ্ৰ শৰ্মাৰ খবৰ ললো। পিছে চন্দ্ৰ শৰ্মা হেনো তেওঁৰ নিজা ঘৰ মিৰাটলৈ গ'ল। মনটোত বৰ বেয়া লাগিল। জীৱনত প্ৰথম বাৰৰ কাৰণে আমি দিল্লীলৈ গৈছিলো আৰু ভাবিছিলো তেওঁৰে সৈতে দিল্লীখন ভালকৈ ঘুৰি পকি চাম। আমাৰো ভাগাভাল যে পিচদিনাই ২৬ জানুৱাৰী তাৰিখে গণতন্ত্ৰ দিবস। চিনেমা হলৰ মেনেজাৰ শৰ্মাৰো থকা ঘৰ হিচাবে চিনেমা হলৰ বাৰাণ্ডা খনেই। বাৰাণ্ডাৰ ভিতৰৰ

কেঠালীটোতে দুখন ফিটাবে বোৱা চেৰপাই বেৰৰ দাঁতিত আওজাই থোৱা অৱস্থাত। একাষে মাটিতে ইলেক্ট্ৰিক হিটাৰ এটা বেৰত আওজাই থোৱা কেইখন মান-থাল সকবাতি ও দুটামান গিলাচ। ঘৰৰ কোঠালী বুলিবলৈ একেটাই মাত্ৰ। দেখিয়েই আমাৰ আকাশী স্বৰগ ভাগি পৰিল। এটা পৰিয়ালৰ চাৰিজনকৈ মানুহ কেনেকৈ যে দিন কটাব পাৰে?

আমাৰ অসমীয়া মানুহে কল্পনাই কৰিব নোৱাৰিব। আমাৰ দুয়োকো বেৰৰ দাঁতিৰ পৰা এখন চেৰপাই আনি বহিবলৈ দিলে। খন্তেক পাচতে মেনেজাৰনী বাইদেউৱে নিজৰ ছোৱালী এজনী বাহিৰলৈ পঠাই দুকাপ চাহ অনালে। এডোখৰ ষ্টিলৰ থালত দুয়োৰো মাজতে কেইদোখৰ মান বিস্কুট আনিও দিলে। চাহ দুকাপ খোৱাৰ পাচতে আমি গা-পা ধোৱাৰ ব্যৱস্থাৰ কথা সোধাত চিনেমা হলৰ বাহিৰ চোতালত থকা পানীৰ টেপটো—দেখুৱাই দিলে। ইমান মুকলিত মোৰ শ্ৰীমতীয়ে গা-পা ধুব নোৱাৰিলে যদিও মই শাৰতেই গা-পা ভালকৈ ধুই অলপ পৰিস্কাৰ হৈ ললো। এই চিনেমা হল পুৱা আঠ বজাৰ পৰাই দিনটো• তিনিবাৰ চিনেমা চলে। আঠ বজাৰ লগে লগে মেনেজাৰ শৰ্মাই আমাৰ দুয়োকো চিনেমা হললৈ লৈ গল ও লগতে দুখন চকীত বহিবলৈ দি তেখেতে নিজৰ কামত মনোনিৱেশ কৰিলে। ৰাতি টোপনী খতিৰ কাৰণে মোৰ চিনেমাত অলপো ৰাপ ধৰা নাছিল, কিন্তু মোৰ পত্নীয়ে চিনেমাখন চোৱাত বৰ গুৰুত্ব দিলে। চিনেমাখন আছিল "শকুন্তলাৰ পতি গৃহ যাত্ৰা"। এঘাৰ বাজি পাৰ হোৱাৰ পাচতেই আমি দুয়ো পুনঃ মেনেজাৰৰ ঘৰ স্বৰূপ কোঠাটোত প্ৰৱেশ কৰিলোগৈ। দুয়ো পাৰি থোৱা চেৰপাই খনত বহি পৰাৰ খন্তেক পাচতেই। দুপৰীয়াৰ আহাৰ হিচাপে চাৰিখন শুকান ৰুটি আৰু বাহিৰৰ পৰা কিনি অনা ফুলকবি আলুৰ মিহলী ভাজি অলপ মানৰে সৈতে একেখন থালতে আমাৰ দুয়োৰো মাজতে দি গলহি বাইদেউৱে।" পানী দুই গিলাচ অৱশ্যে

বেলেগ বেলেগ হিচাবেই পৰিবেশন কৰিছিল।

'তাকে খাই বই উঠি দুয়ো বাৰান্দাৰ মুখত ইফাল সিফালকৈ ফুৰোতেই মেনেজাৰ শৰ্মা আহি আমাৰ ওচৰত ঠিয় হোৱাৰ লগে লগে মই তেওঁক এটা কোঠা আমাক চাৰিদিন মানৰ কাৰণে ভাৰাত দি দিব পাৰিনে সুধিলো। তেওঁ তৎমুহূৰ্ত্তে আমাৰ অনুৰোধ ৰক্ষা কৰি তেওঁৰ অপাৰেটৰ জনক মাতি তেওঁ।বলাক থকা ঘৰটোৰ খালি ৰুম আছেনে সুধি চাই আমাৰ কাৰণে এটা ৰুম বন্দবস্ত কৰিয়েই দিয়ালে। মাত্ৰ আধা ঘণ্টামান সময় থাকিয়েই আমি দুয়ো কিছুদূৰত থকা ভাৰা কৰি লোৱা কোঠালীটোত সোমালোগৈ। বেচ্ পৰিপাটী কোঠালীটো পালো। ঘাজিয়াবাদ পাব্লিক মটৰ ষ্টেচনটোৰ নিচেই ওচৰত। তাৰপৰা দিল্লীলৈ মাত্ৰ ৬০ পইচা ভাৰা। দিল্লীলৈ ১০ মিনিট অন্তৰে অন্তৰে বাচ পোৱা যায়।

পিছদিনাই ২৬ জানুৱাৰী গণতন্ত্ৰ দিৱস। গোটেইখন উলহ-মালহ কোলাহলময়। পিছদিনা পুৱাই দুয়ো গা-পা ধুই দিল্লীৰ গণতন্ত্ৰ দিৱস চাবলৈ ওলালো। আমি থকা কোঠালীটোত তলা এটা লগাই। এখন বাচত আমি দুয়ো বহি পৰিলো যদিও দিল্লীৰ লাল কিল্লাৰ ওচৰ পাই দেখিলো বিশাল বাকনি খন খুব পুৱাতেই লোকেলোকাৰণ্য হৈ পৰিছে। আমি কোনোৰকম সন্মুখত থিয় হবলৈ এডোখৰ সুবিধাজনক স্থান পাবলৈ সক্ষম হৈছিলো। আঠ বজাৰ আগে আগেই কিমান যে মটৰ গাড়ী আৰু অন্যান্য যান বাহন গোট খাইছিলহি তাৰ সীমা সংখ্যা নাই। আঠ বজাৰ লগে লগে প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধী লাল কিল্লাত পতাকা উত্তোলন কৰিবৰ কাৰণে সদলবলে আহি উপস্থিত হয়হি। পতাকা উত্তোলনৰ লগে লগে ২১ বাৰ টোপধ্বনি হল। লগে লগে বেণ্ডত বাজি উঠিল "জনগণমন"। অশ্বাৰোহী পদাতিক আৰু বিমান বাহিনীৰ সৈন্য সকলৰ বেলেগে বেলেগে কুচ্কাৱাজ আৰম্ভ হ'ল। সেই বছৰৰ আদিতেই অৰ্থাৎ ১৯৭১ চনত ভাৰতে পাকিস্তানৰ লগত হোৱা সংঘৰ্ষত আমেৰিকাই পাকিস্তানক যোগান ধৰা

পেটণ্টটেঙ্ক ধ্বংস কৰে। এখন বিৰাট আকাৰৰ ট্ৰেকটৰত উঠাই আনি লক্ষ লক্ষ জনতাৰ মাজত এই বিৰাট আকাৰৰ বিমান ধ্বংস কাৰী টেঙ্ক এখন দৰ্শন কৰাইছিলহি। দেখিবলৈ পাইছিলো ভাৰতৰ প্ৰত্যেকখন প্ৰদেশৰে নাচ-গান বাজানা, কৃষ্টি কলা আদি ইখনৰ পাছত সিখনকৈ ডাঙৰ ডাঙৰ ট্ৰেইলাৰত টানি টানি আনি জনতাৰ মাজত দৰ্শন কৰোৱা দৃশ্যাৱলী। লাল কিল্লাৰ সন্মুখৰ বিশাল পথাৰ খনৰ চাৰিও-কালে অসংখ্য মাইক শাৰী শাৰীকৈ পতা হৈছিল। কোন কোন প্ৰদেশৰ কি কি দেখুৱা হৈছে সকলো হিন্দী ভাষাতে বিৱৰণ দি বুজাইছিল। কোনো কোনো অজ্ঞাত ব্যক্তিয়ে জনাম্না সন্মান ২১ বাৰ টোপধ্বনিৰে অভিবাদন আৰু নানা কুচকাৱাজে সকলো দৰ্শকৰ মন আনন্দিত কৰিছিল। চাৰিদিন ঘুৰি পকি দিল্লীত কটালো। সন্ধ্যাৰ আগে আগে দুয়ো আমাৰ ভাৰাদিয়া কোঠালীত আশ্ৰয় লৈ বেচ আৰামত আছিলো। সেই সময়ত কুটুব মিনাৰটোত আমি তৃতীয় মহলালৈকে উঠি দিল্লী চহৰখনৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ পাইছিলো। বৰ্ত্তমান কিন্তু কুটুব-মিনাৰ চকুৰেহে চাব পাৰি। এখন অট' ৰিক্সা ৫ ঘটাৰ কাৰণে মাত্ৰ কুৰি টকাত ভাৰা কৰি দিল্লী চহৰ খনৰ চাবলগীয়া সকলো থিনি চাই লৈছিলো। ৰাজঘাটলৈ গৈ আমি যি দিনা জাতিৰ পিতা ৺মহাত্মা গান্ধী ৺জৱাহৰলাল নেহৰুৰ সমাধি দৰ্শন কৰিছিলো সেই দিনাই ৪ জন ৰাজমিস্ত্ৰীয়ে ৺লাল বাহাদুৰ শাস্ত্ৰীৰ সমাধি নিৰ্মাণ কাৰ্য্যও কৰি থকা দেখিবলৈ পাইছোহক। আৰু এটা স্থান অট'বিকছা চালকজনে আমাক দেখুৱাইছিল, সেই স্থান হ'ল জাতিৰ পিতা মহাত্মা গান্ধীক প্ৰাৰ্থনা সভা পাতি ধৰ্ম্মালোচনী কৰি থিয় হৈ থাকোতেই নাথুৰাম গডচেই গুলিয়াই হত্যা কৰিছিল। মহাত্মা গান্ধী বাস কৰা সৰু ঘৰটো আৰু সৰু ফুলনী বাগিছা খন আজিও চকুৰ আগত ভাহি আছে। "যন্তৰমন্তৰ" টোও এটা আকৰ্ষণীয় বস্তু। অতি পুৰণি কালত হেনো সূৰ্য্যৰ পোহৰৰ [ৰ'দ] লগত সম্বন্ধ ৰাখি ঘড়ীৰ কাম কৰি সময় নিৰূপন কৰিছিল।

বহুবাৰেই দিল্লীলৈ গৈছো। আগতকৈ গোটেই দিল্লী খনবেই বহু পৰিবৰ্ত্তন দেখিবলৈ পালো। সৌ সিদিনা মাত্ৰ ৮৮ চনৰ ২ মাৰ্চত দিল্লীলৈ গৈ এচিয়া গেমচৰ [ এচিয়াদ ] পাছৰ পৰিবৰ্ত্তন বিলাক লক্ষ্য কৰিলো। ইন্দিৰা গান্ধী ষ্টেডিয়াম খন দেখিলো ইয়াত যে কিমান কোটি টকা খৰছ কৰিছে। এইবাৰ সৰু জোৱাইৰ লগত গৈ ইন্দ্ৰপ্ৰস্থ মাৰ্গত থকা মাই এম এ হাউচত থাকিবৰ বেচ্ সুবিধা হৈছিল। ইয়াত থাকিবলৈ মাই এম এৰ মেম্বৰ হবই লাগিব তেতিয়া তেওঁৰ পৰিয়াল বৰ্গও সেই ঘৰত থাকিবলৈ সুবিধা পাই। আমি তাৰ পৰাই "আপু" ঘৰ চালো আৰু এটা নতুন বস্তু দেখিবলৈ পালো লালকিল্লাৰ ভিতৰত "লাইট এণ্ড চাউণ্ড"। সন্ধ্যা ৭ বজাৰ পৰা মাত্ৰ এঘণ্টাৰ কাৰণে এই শব্দ পোহৰ উপভোগ কৰিব পাৰি। টিকটৰ হাৰ মাত্ৰ চাৰি টকা।

লাইট এণ্ড চাউণ্ডৰ (Light & Sound) এটা চমু আভাস দাঙি ধৰিলো। লালকিল্লাত সন্ধ্যা ৭ বজাৰ পৰা দেৱানীখাচৰ মাজভাগতে মতি মছজিদ ৰংমহল আদি বিভিন্ন ঘৰৰ দেৱ বোৰৰ মাজত ৩৫০ বছৰৰ পুৰণি মোগল ইতিহাসৰ বৰ্ণনা পোহৰ আৰু শব্দৰ মাধ্যমেৰে হিন্দী আৰু ইংৰাজী ভাষাত কাকেই এই চমকপ্ৰদ কাহিনীবোৰ শুনা যায়। চাহজাহানে আগ্ৰাৰ পৰা দিল্লীলৈ ৰাজধানী পৰিবৰ্ত্তন ঔৰংজেবৰ ধৰ্ম্মৰ অন্ধতা, মহম্মদ চাহৰ ভোগবিলাসৰ জীৱন জাগৰণৰ ইংগিত, বাইজীহঁতৰ নাচ গানৰ লহৰী শেষ মোগল সম্ৰাট বাহাদুৰ চাহৰ করুণ কাহিনী এই আটাইবোৰ কথাকে শব্দ আৰু পোহৰৰ মাধ্যমেৰে মানুহক অতীতলৈ লৈ যোৱাৰ প্ৰয়াস অতি আনন্দদায়ক হৈ পৰে। আমাৰ বৰেণ্য নেতা ৺হেমবৰুৱা দেৱে লোকসভাৰ সদস্য হৈ থকা কালতে দিল্লীৰ লালকিল্লাত ফৰাচী দেশৰ আৰ্হিত এই আধুনিক পদ্ধতি প্ৰয়োগৰ ওপৰত খুব জোৰ দিছিল আৰু তাৰ পৰিণতি হিচাপে আজি হাজাৰ হাজাৰ মানুহে নিতৌ আনন্দ উপভোগ কৰিবলৈ সুবিধা পাইছে। ই আমাৰ বাবে বৰ গৌৰৱৰ কথা নহয় জানো?

## আগ্ৰা

১৯৭৩ চনৰ ২৯ জানুৱাৰীৰ দিনা আমি দুয়ো দিল্লী এৰি ৯ বজাৰ লগে লগে এখন প্ৰাইভেট বাছত উঠি আগ্ৰালৈ যাওনা হলো। আগ্ৰা ফৰ্টৰ ওচৰতে বাছখনে আমাক নমাই দিলে। বাছৰ পৰা নামিয়েই নিচেই কাষতে থকা "ইউনিক" নামৰ হোটেল খনতে আমি সোমাই পৰিলো। বাছৰ কণ্ডাক্টৰ জনেই সেই হোটেলখনত থকা মেলাৰ বেচ সুবিধা হব বুলি কলে। পিছদিনা পুৱা আঠ মান বজাতে আমি চাহজাহানক বন্দী কৰি থোৱা আগ্ৰাফোৰ্টটো চালো। অতি দুখ লাগিছিল পৰি থকা ময়ুৰ সিংহাসনৰ জকাটো দেখি। ইয়াৰ সকলো খিনি হীৰা মণি মুকুতা বুটিছহতে ককি বাকুহি এৰুৱাই নিলে। ইয়াৰ ভিতৰ খনত বহুত চাবলগীয়া বস্তু আছে। দুৰ্গৰ ভিতৰতে ৰজা আকবৰে হিন্দু সৈন্য সকলক সময়ত যাগ যজ্ঞ হোম আদি কৰা স্থানো দেখিবলৈ পালো। আগ্ৰা চহৰ খন দেখিয়েই বুজা যায় কি হিচাপে মুছলমান বাদচাহ সকলে লাহবিলাহ সমাধি আদিত ৰাজকোষৰ ধন খৰছ কৰিছিল। ইযাৰ পৰাই বেৰত খোদিত দূৰবীণৰ দ্বাৰাই আগ্ৰাৰ তাজ মহলটো চাব পাৰি। চাহজাহান বন্দী হৈ থকা অৱস্থাত সকলো কাম কাজ প্ৰিয়তমা পত্নীৰ সমাধিৰ ওপৰত সজা তাজমহল নিৰীক্ষণ কৰিছিল। ৪ টা বিৰাট নলা আগ্ৰা ফোৰ্টৰ ভিতৰৰ পৰাই যমুনালৈ বোৱাই দিয়া দেখা পাইছিলোহক। সেই জল পথৰেই চাহজাহানৰ মৃত্যুৰ পাচত এখন সৰু নাওত তুলি কেইজনমান মানুহে যমুনাইদি নি তেওঁৰ ভাৰ্য্যাৰ কাষতে কবৰ দিছিল। আমি দুয়ো প্ৰায় ডেৰ ঘণ্টামান ফোৰ্টৰ বাহিৰে ভিতৰে ফুৰি পৃথিৱীৰ অষ্টম আচৰিত বস্তু যমুনাৰ পাৰৰ তাজমহল চাবলৈ খোজ ললো। তাজমহল সোমায়েই আমি এজন গাইডৰ সহায়ত তলৰ মহলাত সজাই থোৱা কবৰ দুটা চালো তাত দেখিবলৈ পাইছিলো কবৰ দুটাৰ চাৰিওফালে মম জ্বলাই ধাৰ্মিক মৌলবীসকলে

নামাজ আদি পঢ়ি আছিল। প্ৰায় দুঘণ্টা সময় তাজমহলৰ বাহিৰে ভিতৰেই কটালো। যমুনাৰ পাৰত চকচকীয়া মাৰ্বল পাথৰেৰে নিৰ্মিত সেই সৌধ মন্দিৰ স্বৰূপ অট্টালিকাতো চাই চাই যেন হেপাহেই নপলায়। এনে হেন লাগে যেন আজিহে ইয়াক সাজি উলিয়াইছে। এটা বেঙ্কীৰ আগৰ মানো দাগ কতো পৰা নাই কাষতে থকা মতি মছজিদটোও চাই ললো। তাজমহলৰ সম্মুখৰ বজাৰখনো ভালকৈ চালো। সোণৰূপৰ অলঙ্কাৰ আদি কৰি ইয়াত অতি চৌখিন বস্তু কিনিবলৈ পায়। পিচ দিনা পুৱা শুই উঠি ৮ মান বজাতে গোটেই আগ্ৰাখন ফৰিবৰ কাৰণে এখন টেক্সী ভাৰা কৰিয়েই দুয়ো ওলালো। বজা আকবৰৰ সমাধিৰ মুখত থকা গেটখন চালো ( Akbar's Gate )। কিযে কাৰুকাৰ্য্য খচিত। মুছলমান বাদচাহ সকলৰ সমাধি চালে চকু ঘুৰাবৰেই সময় নহয়। ইয়াৰ পাচতেই আমাক তাজমহলৰ পৰা ৭ মাইলমান আঁতৰত থকা "দয়ালবাগ"লৈ লৈ গ'ল। তাত দেখিবলৈ পালো অতি বিশোভন এটা মন্দিৰ। এই মন্দিৰৰ ভিতৰত বহুত মিস্ত্ৰীয়ে কাম কৰি থকা দেখা পালো। এই মন্দিৰটো সাজি উলিয়ালে তেনো তাজমহলকো চেৰ পেলাব। এই ঘৰটো আজি ২৫-৩০ বছৰ মান আগৰ পৰাই সজা হৈছে। ভিতৰ সোমাই দেখিলো বেৰ বিলাকত খোদিত নাৰিকলৰ গছ কলগছ আদি গছ বিলাক জীয়াতে অৱস্থাত যেন ফুল ফলে জকমকাই আছে। জানিব পাৰিলো কোনোৱা এজন ছিন্ধু ব্যৱসায়ী লোকে এই মন্দিৰ সজোৱাত লাগিছে। তেওঁৰ সুদূৰ লণ্ডনতো সাপোনৰৰ মিল আদি আছে। যথেষ্ট মাটি ৰাখিছে যমুনা নদীখন বোৱাই মন্দিৰৰ ওচৰলৈ আনিবৰ কাৰণে। বাৰটামান বজাৰ লগে লগে আমি দুয়ো হোটেল "ইউনিকলৈ" ঘূৰিলো আৰু সেই দিনাৰ কাৰণে তাতে বিশ্ৰাম ললোহঁক।

মথুৰা

পিছদিনা পুৱা আমি আগ্ৰাৰ পৰা বৃন্দাবন শ্ৰীকৃষ্ণৰ জন্মস্থান মথুৰা

অভিমুখী এখন বাছত উঠি পৰিলো। মথুৰা আগ্ৰাৰ পৰা ত্ৰিশ মাইল মানহে হব। বাছৰ পৰা নামিয়েই এখন বিকচা লৈ যমুনাৰ পাৰতে থকা পাওঁতেই এখন সুন্দৰ হোটেলত নামিলো। মাত্ৰ ৩০০ ফুট মান দূৰত হোটেলখনৰ বাৰান্দাত বহি বৰ আনন্দ উপভোগ কৰিছিলো। ইয়াং বহুত ধৰমশালাও আছে। কিছুমান ধৰমশালাত মাত্ৰ অনাথ বিধৱা মাইকী মানুহেই বাস কৰে। আমি শ্ৰীকৃষ্ণৰ জন্ম-স্থান মন্দিৰটোত সোমালো কালিনাগ মন্দিৰ আদি কৰি ইয়াত বহুত সৰু বৰ মন্দিৰ আছে। যমুনাৰ বুকত হেলনীয়াহৈ থকা কদম গছ জোপা চালো। শ্ৰীকৃষ্ণই গোপীৰ বস্ত্ৰ হৰণ কৰি কাপোৰ বিলাক তোলা গছ সেই জোপাই হেনো—এই গছজোপা অমৰ। তীৰ্থযাত্ৰী সকলে সেই গছজোপাত একোটুকুৰাকৈ নতুন কাপোৰ বান্ধি আহে মোৰ পৰিবাৰেও এডোখৰ নতুন কাপোৰ কিনি লৈ থকা দান এটাত বান্ধি দিলে। গোবিন্দ ধাম মন্দিৰলৈ যাওঁতে অতি আনন্দ মনেৰে কীৰ্ত্তন আদি কৰি যাব লাগে। ভক্তৰ ইচ্ছামতে তাত ভোগ আদিৰে অৰ্চ্চনা কৰিব পাৰে। ইচ্ছুক সকলে একোখন বগা ফলিত নিজৰ পৰিয়ালৰ নাম আদি খোদিত কৰি লগাই থোৱাৰো ব্যৱস্থা আছে।

তাৰ বাবে সি অৰিহণা পায় তাৰ বছিদ দিয়ে নিকুঞ্জ বনত শ্ৰীকৃষ্ণই গোপীৰ লগত প্ৰেমালাপ কৰিছিল। অতি সম্ভ্ৰান্ত পৰিয়ালৰ বৃদ্ধা সকলে নিকুঞ্জ বনখন পৰিষ্কাৰ কৰি বখাটো এক ধৰ্মীয় কাম বুলি ভাবে। বৃন্দাবনলৈ যাওতে বাটৰ ম'ৰা চৰাই বোৰ সঁচাকৈ চাবলগীয়া। ইয়াত অতি দোকমোকালিতে শিৰোভা বিলাকে দলে দলে আলিবাটত নাম কীৰ্ত্তন কৰা দৃশ্যটো চাবলগীয়া। পিচদিনা যেতিয়া যমুনাত স্নান কৰিবলৈ যাওঁ দেখা পালো বহু সংখ্যক সৰু বৰ কাছ নাতুৰি সাতুৰি ঘুৰি ফুৰিছে। যমুনাত ইমান বেছি কাছ যে পানীত নামিবলৈকে ভয় লাগে। পিচদিনা হোটেলৰ মেনেজাৰ জনেই আমাক সকলোবোৰ দেখুৱাই আনিবৰ কাৰণে

এজন বয়সস্থ পাণ্ডা লগত দি ঘোঁৰাগাড়ী এখনত বৃন্দাবনলৈ পঠাই দিলে। মথুৰাৰ পৰা বৃন্দাবন মাত্র আঠ মাইল মান হব। যমুনাৰ পাৰে পাৰে সমান্তৰাল ভাবেই বৃন্দাবনলৈ যোৱা ৰাস্তাটো। মাজে মাজে খেৰ ইকৰানী। আমি গৈ থাকোতে বাটত কেইবা ঠাইতো হৰিণা পহু দেখিবলৈ পাইছিলো। ঘোঁৰা গাড়ীৰ ঘোঁৰা বিলাকক পানী খুৱাবলৈ ৰাস্তাৰ কাষে কাষে কিছুমান পকা চৌব্বাচা। তাৰ ওপৰত বহি বহি মৰা, চৰাইয়ে ছাদি ধৰা দৃশ্য অতি মনোৰম। বাটত আৰু এটা দৃশ্য দেখিবলৈ পাইছিলো। বুঢ়াগৰুৰ জাক। মথুৰা বৃন্দাবনত যেনো গৰু বুঢ়া বা বেমাৰী হলে সেই বিলাক গৃহস্থই কমিটীৰ দ্বাৰাই পৰিচালিত ফাৰ্মত দক্ষিণা সহ দান দিয়ে। নিয়োজিত ডাক্তৰৰ দ্বাৰা সেই গৰুবিলাকৰ চিকিৎসা কৰোৱাৰ ব্যৱস্থা আছে। মন্দিৰ বিলাকৰ উপাৰ্জনৰ এটা অংশ সেই ফাৰ্মলৈ যায়। বৃন্দাবন পোৱাৰ কিছু আগতেই আমি দেখিবলৈ পালো এক অপূৰ্ব চিক-মিকনি। সেই জোপা হল বৃন্দাবনৰ সোণৰ তাল গছ।

কি মনোগ্রাহ্য যে সেই গছ জোপাৰ দৃশ্যটো। গছজোপাৰ চাৰিও ফালে পোহৰৰ ফুট মান বহল পকা নলা। ইয়াৰ পাছতেই আমাৰ পাণ্ডাজনে আমাৰ ঘুৰোকো গীতা মন্দিৰত সুমুৱালে। বেচ্ বিত্তোপন মন্দিৰটো। সম্পূৰ্ণ গীতাখন ইয়াৰ মাৰ্বল পাথৰৰ বেৰাত লিখা আছে। বহুত সাধুভক্তই বেৰ' আস্তেভৰ আগত বহি গীত-পাঠ কৰি থকা দেখিলো। শ্রীকৃষ্ণৰ লীলাভূমি বৃন্দাবনত বহুত সৰু বৰ মঠ মন্দিৰ পাণ্ডাজনে আমাক দেখুৱালে। বৃন্দাবনত পাঁচ ঘণ্টা সময়হে আমি কটালো। এখন ঘোঁৰা গাড়ী পুনঃ ভাৰা কৰি লৈ আমি তিনিও সন্ধ্যা সময়ত মথুৰালৈ উভতি আহিলো। পিচ দিনা পুৱা বেলা মথুৰাৰ পৰা হৈয়ো আকৌ দিল্লীলৈ ৰাওনা হলো। সন্ধ্যাৰ আগে আগে দিল্লীৰ পাহাৰগঞ্জত থকা মোৰ এখন চিনাকী হোটেলত ৰাতিটো কটাই পিচদিনা ঘৰমুৱা হলো !!

## কলিকতা, পুৰী

১৯৭৪ চনৰ মাৰ্চ মাহৰ প্ৰথম সপ্তাহ। মোৰ পত্নীৰ সৈতে সুদীৰ্ঘ ৩১ বছৰৰ মূৰত আকৌ কলিকতা পুৰী আদি ফুৰি আহিবলৈ মন মেলিলো। প্ৰথমবাৰ কলিকতালৈ যাওঁতে ৰেল গাড়ীৰ দিবিলাক অসুবিধা আছিল বৰ্তমান সেই বিলাকৰ বহুত উন্নতি হল। কলিকতা মহানগৰীৰো আমূল পৰিবৰ্তন দেখিবলৈ পালো। শিয়ালদহত নামিয়েই মোৰ পূৰ্ব পৰিচিত টাৱাৰ লজ নামৰ হোটেলখনলৈ দুয়ো বাওনা হলো। দুদিন দুৰাতি থাকি কলিকতাৰ বিশেষ বিশেষ ঠাইখিনি শ্ৰীমতীক দেখুৱালো। মোৰ পৰিবাৰে কালিঘাট, দক্ষিণেশ্বৰ আদিত যথা সম্ভৱ পূজাও দিলে। বিৰলা ভৱন, জু আদিও ঘূৰাই-ফুৰাই দেখুৱালো। দুদিন পাচত শিয়ালদহৰ পৰা ৩০ মাইল আঁতৰৰ বাটা নগৰলৈ ইলেকট্ৰিক ট্ৰেইনত উঠি দুয়ো ওলালো। ৺দেবেন্দ্ৰ নাথ গঙ্গোপাধ্যায়ৰ ঘৰ বাটানগৰতে। তেখেতৰ ঘৰ ওলালোগৈ পুৰণা দহটামান বজাৰ ভিতৰতে। তেখেতৰ লগত মই ১৮ বছৰ কাল একেলগে বাগিচাত চাকৰি কৰিছিলো। তেখেতে মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল। তেখেতৰ পৰিবাৰো বৰ অমায়িক। অলপ সময় কথা-বতৰা পতাৰ পাছতেই গঙ্গোপাধ্যায়দেৱৰ তেখে-তৰ ল'ৰা শ্ৰীমান বাদলৰ লগত দি আমাক দুয়োকো বাটা কোম্পানীৰ নগৰখন চাবলৈ পঠাই দিলে। আমি প্ৰথমতে বাটাৰ জোতাৰ কাৰখানাটোকে চাবলৈ গলো। গঙ্গোপাধ্যায়ৰ সক ল'ৰা-যেকে তাতেই চাকৰি কৰে। আমাৰ কাৰখানা চোৱাত অলপো অসুবিধা নহল। চামৰা শুকুৱাৰ পৰা জোতাবিলাক তৈয়াৰ কৰা-লৈকে সকলোবিলাক তন্ন তন্ন কৰি আমাক দুয়োকো দেখুৱালে। বাটা কোম্পানীৰ কাৰখানাটো ৩০ পুৰামান মাটিত পৰিবেষ্টিত। এই বৃহৎ কাৰখানাৰ নামেৰেই বাটানগৰখন। ফুৰি-চাকি আহি বৰ আমোদ-প্ৰমোদৰ মাজেৰে দুপৰীয়া তেখেতসকলৰ লগত ভাত

কেইটা খোল্লা হল। বাতিটো আমাক তাতে থাকিবৰ কাৰণে তেখেতসকলে বৰ জোৰ কৰিছিল। আমাৰ পিছদিনাই হাওৰাৰ পৰা পুৰীলৈ ৰিজাৰ্ভেচন থকাত এৰি দিলে। আবেলি ও বজাত আকৌ মুজী ষ্টেচনৰ পৰা এখন ইলেকট্ৰিক ট্ৰেইনত উঠি কলি-কতা পাই "টাৱাৰ লজ"তে ৰাতিটো কটালো। পিছদিনা ৮মান বজাত আমি কলিকতা চহৰ এৰি হাওৰা পালোহি। হাওৰা গঙ্গাৰ বিপৰীত ফালেই। হাওৰাৰ পৰাই দক্ষিণৰ ফালে গাড়ী এৰে। বাতি ৮ বজাত পুৰী এক্সপ্ৰেছত দুয়ো উঠি পৰিলো। পিছদিনা ৰাতিপুৱা ৯ বজাৰ লগে লগে আমি পুৰী পালোগৈ। লগে লগে কেইবাজনো পাণ্ডাই জোৰ-জুলুম কৰিছিল তেওঁলোকৰ আলহী হবৰ কাৰণে। আমি অসম পাণ্ডাৰ ঘৰলৈ যাম বোলাত যেনিবা তেওঁলোকেই আমাক পশ্চিম দুৱাৰলৈ (মন্দিৰৰ) নিৰ্দেশ দি এখন ৰিক্সাত উঠাই দিলে। ৰিক্সাৰ পৰা নমাৰ লগে লগে অসমৰ পৰা অহা বুলি গম পাই আলহী ঘৰৰ সৰু কোঠালী এটাত সুমুৱাই দিলে। মন্দিৰৰ কাষতে থকা আলহী ঘৰটোৰ পকাতে আমাৰ বিছনাখন পাৰি ললো। পিছফালে গা-পা ধোৱাৰো বেছ সুবিধা আছে। এঘাৰ বজাৰ লগে লগে মহাপ্ৰভু জগন্নাথৰ গৰম ভোগ কোঠালৈকে লৈ আহিল। শুকান পাতত ভাত, ৰহৰ দাইল, ভাজি, কিছু সৰ্দৈ টেঙাৰ অম্বল লগতে খাটি গৰু ঘিউত ভজা কেইখনমান কটি। বৰ তৃপ্তিৰে ভোজন কৰিলো। কিছু পৰিমাণে মাখন সোলা গাখীৰো মাজে মাজে আমাক দিয়ে। একে ৰকম ভোগকেই আমাক চাৰিওদিন দিছিল। দিনটোত হেনো মহা প্ৰভুৰ ওচৰত ৬৪ বিধ ভোগ দিয়ে কিন্তু পৰিমাণ কম হোৱাৰ কাৰণেই আনন্দ বজাৰত সকলো কিনি খাব পাৰি। আনন্দ বজাৰখন মূল মন্দিৰৰ চৌহদৰ ভিতৰতে। তাত ভোগৰ বাহিৰে অন্য একো বিক্ৰী নহয়। বঙ্গোপসাগৰৰ পাৰতেই এই মন্দিৰ। একান্নম মহাপীঠৰ ভিতৰৰ বিমলাদেবীৰ মন্দিৰ 'এই মন্দিৰৰ ভিতৰতে

আছে। জগন্নাথ মহাপ্ৰভুৰ ভোগ ৰন্ধা পদ্ধতি আজিও আমাৰ চকুত উজ্জ্বল হৈ ৰল। মাটিৰ নতুন হাড়িত দৈনিক ভোগ ৰন্ধা হয়। একাদিক্ৰমে চৌকাৰ ওপৰত চাৰিটা হাড়ি জাপি দিয়া হয়। একেবাৰে তলৰ হাড়িটোত ভাত, দ্বিতীয়টোত বহুৰ দাইল, তৃতীয়টোত ভাজি আৰু চতুৰ্থ টাত টেঙাৰ অম্বলখন। এনেভাৱে এশবিশটামান চৌকাত ভোগ ৰান্ধে। ৰান্ধনি ব্ৰাহ্মণসকলক আগদিনাৰ বাহি ভোগ খাইহে ভোগ ঘৰত সোমাবলৈ দিয়া হয়। কিছুমান জোগালী ব্ৰাহ্মণে চাউল ধোৱা, শাক-পাচলি কুটা আদি কামত ব্যস্ত থাকে। ভোগ ৰন্ধা ঘৰত অন্য মানুহৰ প্ৰৱেশ সম্পূৰ্ণ নিষেধ। ঘৰটোৰ ভিতৰলৈ বাহিৰ সোমাব পৰা কিছুমান ফুটা আছে। আমি সেই ফাঁকবিলাকৰ মাজেদিয়েই ৰন্ধন প্ৰণালী দেখা পাইছিলো। চৌকাত ভাত-দালি উঠাই দিয়াৰ পাছত কোনো ৰান্ধনি ভিতৰত নাথাকে। নিৰ্দিষ্ট সময়ত সিবিলাক একেলগে ভিতৰ সোমাই ভোগ আদি নমাই এটা নিৰ্দিষ্ট আঁৰ বেৰ থকা পথেৰে সেই ভোগবিলাক জগন্নাথ মহাপ্ৰভুৰ ওচৰৰ গুদামলৈ লৈ যায়। ইযাৰে পৰা কিছু পৰিমাণ ভোগ সোণ-ৰূপৰ থাল-বাটনত সজাই মহাপ্ৰভুৰ সন্মুখত উৎসৰ্গা হয়। সেই ভোগ পাছত সকলো ভোগৰ লগত অলপ মিলাই দিয়া হয়। জগন্নাথৰ সকলো পূজাৰ কাম পুৰুষ মানুহেহে কৰে। মন্দিৰৰ চৌহদৰ ভিতৰত এটা প্ৰকাণ্ড কুঁৱা আছে, তাৰ পানীৰেই মন্দিৰৰ সকলো কাম চলে। জগন্নাথৰ নিজৰ কিছুমান গাইগৰুও আছে। ইযাৰ গাখীৰ, ঘিউ-ৰেই মহাপ্ৰভুৰ ভোগ আদি তৈয়াৰ হয়। জগন্নাথৰ ভূ-সম্পত্তিও বহুত। ইয়াৰ দ্বাৰাই মন্দিৰৰ সকলো কাম পৰিচালনা কৰে। জগন্নাথৰ বিগ্ৰহখন স্বয়ং বিশ্বকৰ্মাই তৈয়াৰ কৰিছিল। এনেকুৱাকৈ মহাপ্ৰভুৰ বহুতো কিংবদন্তি শুনিবলৈ পোৱা যায়। এই অৰ্দ্ধনিৰ্মিত বিগ্ৰহখন ইন্দ্ৰদ্যুম্ন ৰজাই মহানিম গছেৰে তৈয়াৰ কৰোৱাইছিল। এদিন ৰাতি স্বয়ং বিষ্ণুদেৱতাই সপোন দেখুৱাইছিল যে বঙ্গোপ-

সাগৰৰ দাঁতিৰ নির্দিষ্ট স্থানত এটুকুৰা নিম গছ পৰি আছে আৰু তাৰেই কেনেকৈ বিগ্ৰহখন তৈয়াৰ হব আৰু মন্দিৰটো কেনেকুৱা হব সকলো ৰজাৰ আগত কলে। ৰজাই পুৱা ৰাণীৰ আগত সকলো কথা ব্যক্ত কৰিলে। ৰজাঘৰীয়া কথা। চাৰিওফালে সুনিপুণ মিস্ত্ৰীৰ কাৰণে মানুহ পঠোৱা হল। অতি কম দিনৰ ভিতৰতে মন্দিৰ সজা কাম শেষ হল। বিগ্ৰহ সজা মিস্ত্ৰীৰ কাৰণেও হুৰাহুৱা লাগিল কিন্তু মিস্ত্ৰী পোৱা বহুত পলম হল। এদিন দুপৰীয়া হঠাৎ এজন বিগ্ৰহ তৈয়াৰ কৰিব জনা বৃদ্ধ মিস্ত্ৰী আহি ৰজাৰ ওচৰত আবির্ভাৱ হলহি। মিস্ত্ৰীজনে ৰজাৰ ভৰিত দীঘল দি পৰি জনালেহি যে তেওঁৱেই, ৰজাৰ কাল্পনিক কৃষ্ণ, সুভদ্ৰা আৰু বলোভদ্ৰৰ মূর্তি তৈয়াৰ কৰি দিব পাৰিব। ৰজাৰ অপাৰ আনন্দ। মন্দিৰৰ যি স্থানত এক কোটি শালগ্ৰামৰ ওপৰত মূর্তি স্থাপন হব তাৰ ওপৰতেই তেওঁ মূর্তিখন নিৰ্মাণ কৰিব। ৰজাৰ লগত মিস্ত্ৰীৰ এক চুক্তি হল যে একৈশদিন যাবৎ বৃদ্ধ মিস্ত্ৰীয়ে মন্দিৰৰ দুৱাৰ বন্ধ কৰি ভিতৰতে থাকি বিগ্ৰহ সম্পূর্ণ কৰিহে বাহিৰলৈ ওলাই আহিব। এই দিনখিনি উপবাসে থাকি কাম কৰিব। যেনে কথা তেনে কাম। ৰজা-ৰাণী প্ৰত্যেক দিনেই দুৱাৰ মুখলৈ আহি মিস্ত্ৰীয়ে কাঠ কাটি মূর্তি সজাৰ শব্দ শুনিবলৈ পায়। এনেকৈয়ে আধাদিন সমাপ্ত হল। এদিন ৰজা-ৰাণী দুয়ো কাম কৰাৰ কোনো সা-সহাৰি শুনিবলৈ নাপাই বৰ চিন্তিত হল। কেইবা ঘণ্টাও ধৰি ৰজা-ৰাণী দুৱাৰমুখত অপেক্ষা কৰিলে কিন্তু কোনো সহাৰি নাপালে। দুয়ো মহা চিন্তাত পৰিল। কিজানিবা মিস্ত্ৰীজন অনাহাৰে অনিদ্ৰাই কাম কৰি কৰি মৃত্যুৰ মুখতেই পৰিল। সেইদিনা ওৰে ৰাতি ৰজা-ৰাণীৰো চিন্তাত টোপনি নাহিল। পিছদিনা ৰাণীৰ অনুৰোধত মানুহ লগাই ৰজাই মন্দিৰৰ দুৱাৰ ভঙাই দিলে। ভিতৰলৈ সোমাই গৈ কোনো নৰমনুষ্য তাত দেখা নাপালে। আধা সজা অৱস্থাত ত্ৰিমূর্তি তাত দেখিবলৈ পালে। ইয়েই ভাৰত বৰ্ষৰ ভিতৰত বিখ্যাত পুৰীৰ জগন্নাথ। দৈনিক ইয়ালৈ ভাৰতৰ

হাজাৰ বিজাৰ ভক্ত আহি জগন্নাথ প্ৰভুক দৰ্শন কৰেহি। মোৰ পৰিবাৰৰ প্ৰবল ইচ্ছাৰ কাৰণে অসম পাওাৰ কেম্পতে পাচদিন কটালো। অতি প্ৰত্যুষতে সাগৰৰ পাৰত ফুৰা আৰু পুৱা গধূলি সূৰ্য্য উদয় আৰু সাগৰৰ বুকুত অস্ত যোৱা সৌন্দৰ্য্য উপভোগ কৰি নিজকে ধন্য মানিছিলো। দুদিন বঙ্গোপসাগৰত স্নান কৰি ঢৌ লৈছিলো। ভাৰত মহাসাগৰ বা আৰব সাগৰতকৈ ই অতি আকৰ্ষণীয়। পুৰীত বহুত গোধা মানুহ দেখিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ বহুত ঠাই-য়েই ফুৰিলো কিন্তু অন্য কতো এনে মানুহ দেখিবলৈ পোৱা নাযায়। এওঁলোকৰ এখন ভৰিৰ তল অংশ অস্বাভাৱিক ধৰণে ডাঙৰ। পাঁচ দিন ঘূৰি পকি সকলোবিলাক চোৱা শেষ কৰি মূল পাওাৰ বহীত কিছু টকা জমা দি পুৰী-হাওৰা এক্সপ্ৰেছত উঠি ধৰমুৱা হলো।

## পুণা বম্বে

১৯৭৫ চনৰ এপ্ৰিল মাহৰ ২ তাৰিখে মোৰ ডাঙৰ জোৱাই, ছোৱালী ৰেণু, আৰু নাতি ল'ৰা শ্ৰীমান তুলতুলৰে সৈতে চাৰিওজন পুণা বম্বে অভিমুখে যাত্ৰা কৰিলো। গুৱাহাটীৰ পৰা আমাৰ সংৰক্ষিত স্থানৰ টিকট পুণালৈকে আছিল। মোৰ পৰিবাৰ এইবাৰৰ যাত্ৰাত দুৰ্ভাগ্যবশতঃ অলপ অসুখ থকাৰ কাৰণে আমাৰ লগত যাব নোৱাৰিলে। তেওঁ নোৱাৰি মনত অলপ দুখ পালে। আমি বঙাইগাঁৱৰ পৰা ব্ৰডগজ ৰেলত উঠি এলাহাবাদত থাকিব লগা হল। প্ৰায় ১৪ ঘণ্টা সময় এলাহাবাদত থাকিব লগা হোৱাত পণ্ডিত জৱাহৰলাল নেহৰুৰ ঘৰকে আদি কৰি চহৰখনৰ কিছুমান ঠাই চাই ললোঁহক। বৰ্তমান জৱাহৰলাল নেহৰুৰ পুৰণা ঘৰখন মিউজিয়ামত পৰিণত কৰিছে। ৪ এপ্ৰিল তাৰিখে সন্ধ্যা সময়ত চাৰিওজনেই ৰেলত উঠি পুণা অভিমুখে যাত্ৰা আৰম্ভ কৰিলো। ভুচৱাল নামে জংচনৰ পৰাই আমাৰ গাড়ীত ইলেক্‌ট্ৰিক ইঞ্জিন সংযোগ কৰিছিল। আমি পিছদিনা ১০ বজাত নাচিক নামৰ ষ্টেচনটো পাই তাতেই টকাত

.৬টা কৈ জাহাজী কল আৰু চাৰি টকা কিলোকৈ আঙুৰ কিনি দুপৰীয়াৰ আহাৰ কৰিলোঁহক। ৫ এপ্ৰিলৰ দিনা আবেলি ৪ বজাত পুণা পালোগৈ। ষ্টেচনৰ ওচৰতে এটা ৰূম দিনে ৪০ টকাকৈ ঠিক কৰি তাতে সোমালো। তেজপুৰত পুণাৰেই এজন বন্ধুৰ লগত মোৰ পৰিচিত। এবাৰ সেই বন্ধুজনে পুণালৈ যাবলৈ অনুৰোধ কৰি তেওঁৰ নাম ঠিকনা মোক দি গৈছিল। তেওঁৰ নামটো আছিল এম, কিলপাদী। পিছদিনা পুৱা ডাঙৰ গোৱাই শ্ৰীতিলক শৰ্মা আৰু মই দুয়ো সেই বন্ধুৰ ঘৰ উলিয়ালোগৈ। আমি পুণাত নামি ক'ত আছো কি কৰিছো সকলো খা-খবৰ তেওঁ ললে। তেওঁ আদৰ অভ্যৰ্থনা কৰাৰ পাছত আমাক ইমান দূৰৰ পৰা অহা মানুহ হিচাবে চেনিটেৰিযামত থকাৰ সুবিধা পাবই বুলি কলে। পুণা ৰেল ষ্টেচনৰ সন্মুখতে সেই চেনিটেৰিযামখন। আমি দুয়ো তেখেতৰ লগত কথা-বতৰা হৈ পোনে পোনেই ৰেল ষ্টেচনৰ ফালে খোজ ললো। ডাঙৰ ডাঙৰ আখৰেৰে লিখা দেখা পালো "শেঠ মোৰাৰজী গকুলচান্দ চেনিটেৰি-য়াম"খন। আমি দুয়ো ডাঙৰ গেটখন পাৰ হৈযেই মেনেজাৰৰ কোঠালীৰ সন্মুখত ঠিয় হৈ মেনেজাৰক নমস্কাৰ জনাই ইংৰাজীতে আমি অসমৰ পৰা ফুৰিবলৈ গোৱাৰ কথা জনালো আৰু থাকি বলৈ এটা ৰূমৰ কাৰণে অনুৰোধ জনালে। মেনেজাৰে আমাক দুয়োকো ওচৰৰে চকিত বহিবলৈ ইঙ্গিত দিলে। আমাৰ কথা-বতৰা শুনি লৈ অতি আগ্ৰহেৰে খালী থকা কোঠালী এটা মঞ্জুৰ কৰি দিলে। আমাক তেখেতে জনালে যে ১৫ দিন থাকিব পাৰিব আৰু দিনে মাত্ৰ এক টকাকৈ ভাৰা দিব লাগিব। আমাৰ পৰা তেখেতে ৩০ টকা লৈ এখন ৰচিদ কাটি দিলে। চেনিটেৰিযামত ৰন্ধা-বঢ়া কৰিবলৈ এটা কলহ, এটা মগ, দুটা গিলাচ আৰু এখন হেঁতা আমি ললো। যদি কোনো বস্তুৰ হৰণ-ভগন হয় এই ৩০ টকাৰ পৰাই কৰ্তন কৰিব। আমি এটা প্ৰেচাৰকুকাৰ লগত লৈযে গৈছিলো। মাত্ৰ এটা ষ্টোভ আমি কিনিয়েই পেলালো। বাকী চেনিটেৰিয়ামৰ

সন্মুখত নিতৌ পুৱা গধুলি ঠেলাগাড়ীবিলাকে যাৱতীয় শাক-পাচলি লৈ আহি মানুহক যোগান ধৰেহি। তিনি মহলাৰ ওপৰত এটা সুন্দৰ কোঠা পালো। এত মাত্র দুখন তক্তাপোচ। বন্ধা-বঢ়া কৰিবৰ কাৰণে প্ৰত্যেক কোঠাৰ কাষতে ৬ ফুটমান দীঘল বহলৰ বন্ধা-বঢ়া কৰা ঠাই। ইমান কম খৰছত ঠাই ডোখৰ পাই আমি বৰ আনন্দ পালো। ঠিক কৰিলো ইয়াতে এসপ্তাহ থাকিহে বোম্বেলৈ যাম। সাতদিনৰ ভাৰা মাত্ৰ ৭ টকা। চেনিটেৰিয়ামটো ইমান আহল বহল আৰু চাফ-চিকুণ যে থাকিয়েই বৰ ভাল লাগিছিল। চেনিটেৰিয়ামৰ মধ্য ভাগতে এজোপা ডাঙৰ আহত গছৰ তলত এটা গণেশ মন্দিৰ আৰু চাৰিওফালে বিতোপন ফুলনি। ফুলবিলাক নানান ধৰণৰ, ৰমক জমক কৈ ফুলি অতিথিসকলৰ মন মুগ্ধ কৰিছিল। গোটেই চৌহদটো পকা। স্থানীয় মানুহে ইয়াত থাকিবলৈ কিন্তু কোঠা নাপায়। চাৰি বজাৰ পাছৰ পৰাই দেখিবলৈ পালো কিছুমান দূৰৰ অফিচলৈ যোৱা মানুহে পঁচিশ পইচাৰ একোখন টিকট লৈ কাপোৰ পাৰি তেওঁলোকৰ বাহিৰতে ঠাই দখল কৰিছে। সেইবিলাক মানুহে বাহিৰতে খাই বৈ ৰাতি ইয়াতে থাকেহি।

দাৰোৱানে ৯ বজাৰ লগে লগে গেটখন বন্ধ কৰি দিয়ে। কোনো মানুহক নিৰ্দ্দিষ্ট সময়ৰ পাছত সোমাবলৈ দিয়া নহয়। গোটেই ৰাতিটো লাইট দি দিন যেন কৰি থয়। সাত দিন আমি এনেকৈয়ে নিজৰ ঘৰত থকাৰ নিচিনাকৈ কটালো। পুনাত চাবলগীয়া সকলো খিনি চালো। পুনাৰ মিলিটাৰ লিম্ব-চেণ্টাৰখন চাবলগীয়া। ই এখন প্ৰকাণ্ড আধুনিক হস্পিটেল। কিন্তু বেমাৰী মানুহৰ কাৰণে নহয় সেই। ইয়াত হাত ভৰি কাটি পেলোৱা বিশেষকৈ দুৰ্ঘটনা আদিত পতিত জোৱানসকলক বৈজ্ঞানীক পদ্ধতিত হাত ভৰি তৈয়াৰ কৰি চলিব পৰা ব্যৱস্থা কৰি দিয়ে। প্লাষ্টিক চামৰা ও কাঠৰ দ্বাৰা এই হাত ভৰিবিলাক তৈয়াৰ হয়। হাজাৰ হাজাৰ

মিলিটাৰী মানুহ এনে অৱস্থা হোৱাত কৃত্রিম হাত ভৰি লগোৱা কাৰখানা ইয়াতেই আছে। আমি থকা চেনিটেৰিয়ামৰ আধা কিলোমিটাৰমান দূৰতে শীত তাপ নিয়ন্ত্রিত অলঙ্কাৰ নামৰ চিনেমা হলটোত "ৰজনী গন্ধা" খন চালোঁহক। এদিন চিৰিয়াখানাখনো চালোগৈ। মাত্র কেইটা মান জীৱ জন্তুৰেই এই চিৰিয়াখানাখন কিন্তু ভিতৰৰ ফুলনী পাককেইখন অতি মোহনীয়। মাজতে এটা কৃত্রিম হ্রদ। হ্রদটোত আবেলি পৰত মানুহবিলাকে নাও বাই আমোদ কৰে। এদিন শিৱাজী ৰোডত অৱস্থিত শনিৱাৰা ৱাৰ্ডা দুৰ্গ চাবলৈ গলোঁ। এই দুৰ্গটো গোটেই শিলৰে নিৰ্মিত। ইয়াৰ দুৱাৰ কেইখন প্ৰায় :'' ইঞ্চি মান ডাঠ কাঠৰেই তৈয়াৰ কৰিছিল। দেখিলে শিলৰ যেনেই মনে হয়। কাৰুকাৰ্য অতি চমৎকাৰ। মহাৰাজ শিৱাজীৰ দিনতে ইয়াক তৈয়াৰ কৰিছিল। সন্মুখত ঘোঁৰাৰ পিঠিত শিৱাজীৰ এটা ব্রঞ্জৰ মূৰ্তি। ইয়াৰ পাছতে সৰাচবাৰ্গ পাৰ্কত বহিলোগৈ। অতি মনোৰমকৈ ফুলবিলাক ৰুই দৰ্শকসকলৰ মন প্ৰাণ জুৰ কৰাইছে।

ওচৰতে এটা গনেশ মন্দিৰ, সৰাচবাৰ্গ পাৰ্কৰ কিছু দূৰত পাৰ্ব্বতী হীল। এই পাহাৰ উঠোতে কিছু কষ্ট হয়। পাহাৰটো বৰ ঠিয়। ইয়াত মহামায়াৰ দশভূজা মূৰ্ত্তি আছে। পাৰ্কত বহি থাকোতেই দুজন লৰা আহি আমাৰ কাষতে বহিলহি। তেওঁলোকৰ ঘৰ "মিৰাট"ত দুয়োজনেই পুনা ইঞ্জিনিয়াৰিং কলেজৰ ছাত্র। আমি কত থাকো ঘৰ কত আদি কথাৰ মাজতে তেওঁলোকে কলে যে যদি ইয়াৰ পৰা আপোনালোক বম্বেলৈ যায় তেন্তে বম্বেৰ দাদাৰ ষ্টেচনত নামি ষ্টেচনৰ পৰা মাত্র এক কিল' মিটাৰ গৈ "হিন্দমাতা" চিনেমা হলৰ কাষতে থকা "মতুমল দ্বাৰাকা দাস আহুজা" চেনিটেৰিয়ামখনত থাকিব পাৰিব। তাতো মাত্র দুটকা দিনে ভাৰা দিলে থকাৰ সুবিধা পায়। আমি যেন আকাশী সৰগ ঢুকিহে পালো। ১১।৪।৭৫ তাৰিখে পুৱা আমাৰ বিচনা পত্রলৈ মেনেজাৰৰ পৰা বিদায় হৈ পুনা ৰেল

ষ্টেচনলৈ যাত্ৰা কৰিলো। আমি ষ্টেচনত খবৰ লৈ জানিব পাৰিলো যে ৯ বজাত "ডেকানকুইন" ট্ৰেইনখন বম্বেলৈ যাবৰ কাৰণে আহি পাবহি। এইখন শীত তাপ নিয়ন্ত্ৰিত ৰেল গাড়ী। অতি আৰাম দায়ক গাড়ী। চিত পোৱাহে টান। ষ্টেচনত ঘণ্টা পৰাৰ আগতে মই টিকট বিক্ৰি কৰা দুৱাৰ মুখত ঠিয় দি ভাগ্য ক্ৰমে চাৰিখন টিকট কিনি ললো। "ডেকান কুইন" ৰেলখন ১১ বজাৰ লগে লগে বম্বেৰ "দাদাৰ" ষ্টেচনত ৰল গৈ। আমি গাড়ীৰ পৰা নামিয়েই এখন টেক্সী ধৰি পোনে পোনেই "হিন্দমাতা" চিনেমাৰ বিপৰীতে থকা "মতুমল দ্বাৰাকা দাস আত্মজা" চেনিটেৰিয়ামখন পালোগৈ। এইখন পুনাত কৈ বহুত সৰু। প্ৰথমতে মেনেজাৰে আমাক অলপ কেৰোৱেহোৱেই কৰিছিল যেতিয়া আমাক সুদূৰ অসমৰ পৰা যোৱা বুলি গম পালে তেতিয়া আৰু বিশেষ বাক্য ব্যয় নকৰি এটা ৰুম দি দিলে। ইয়াত মাত্ৰ থাকিবহে পাৰি কিন্তু ৰান্ধি বাঢ়ি খোৱাৰ কোনো ব্যৱস্থা নাই। বম্বেত খোৱা বোৱাৰ অত্যন্ত সুবিধা। ৰাস্তাৰ কাষে কাষে অসংখ্য ৰেষ্টুৰেণ্ট আছে। আমি প্ৰতিজনে মাত্ৰ দিনে আঠ টকাকৈ দি বৰ আৰামত খোৱা বোৱা কৰিছিলো। বম্বেৰ সাগৰৰ পাৰৰ আচল ৰেল ষ্টেচনটো হল "ভি টি" (ভিক্টো-ৰিয়া টাৰমিনাচ) অতি ব্যস্ততাপূৰ্ণ এই ষ্টেচনটো।

আমি মাত্ৰ পাছ দিনহে বম্বেত থাকিলো। আমি বম্বে পোৱাৰ পিছদিনাই চিটি বাছত উঠি "গেটওৱে অফ ইন্দিয়া" চাবলৈ গলো। মহাৰাণী ভিক্টোৰিয়া প্ৰথম ভাৰতলৈ আহোতে আৰব সাগৰৰ জাহাজৰ পৰা নামি ভাৰত ভূমিত পদাৰ্পণ কৰিছিল। দৈনিক এই গেটৰ ভিতৰত অসংখ্য লোকে নানান ধৰণৰ বজাৰ আদি বহুৱায়। ইয়াৰ কিয়দ অংশ সাগৰৰ ভিতৰলৈকে। ইয়াৰ ভিতৰত ঠিয় হৈ সাগৰৰ দৃশ্য চাবলৈ অতি মনোৰম। আমি ইয়াৰ পৰাই সাগৰত চলা লাঞ্চত উঠি চাৰিও "এলিফেণ্টা" কেভ চাবলৈ গলোঁহক। ইণ্ডিয়া গেটৰ পৰা "এলিফেণ্ট" পাওঁতে ১ ঘণ্টা সময় লাগিছিল। এই সমুদ্ৰ ভ্ৰমণকালো

বেছ আৰামদায়ক। সাগৰৰ ঢৌৰ মাজে মাজে গৈ থাকোতে মোৰ ছোৱালীয়ে বৰ ভয় খাইছিল। বাৰ মাইল লাঞ্চত গৈ সাগৰৰ দাঁতিৰে এটা পাহাৰৰ ওপৰত "এলিফেণ্টা কেভ"টো। ইয়াত উঠিবলৈ বহুত চিৰি বগাব লগা হৈছিল। পাহাৰৰ ওপৰত এটা পুখুৰী সদৃশ জলাশয় আছে। তাৰ পাশত এটা প্ৰকাণ্ড গুহাৰ ভিতৰত সদাশিৱৰ ৯ টা ভঙ্গিত ৯টা শিলৰ মূৰ্ত্তি আছে। তাৰ ভিতৰত শ্মশানাধীপতি অৰ্দ্ধনাৰীশ্বৰ শিৱৰ মূৰ্তিখন চাবলগীয়া। ভাৰতৰ অনেক মঠ মন্দিৰ ঘূৰিছো কিন্তু এনে মূৰ্তি কতো দেখিবলৈ পোৱা নাই। এই মূৰ্তিবিলাক অৰ্জ্জুনে অজ্ঞাত বাস কৰোতে স্থাপন কৰাইছিল বুলি জন বিশ্বাস। ইয়াত ঘূৰি বৰ আমোদ পাইছিলোঁহক। প্ৰায় দুঘণ্টামান ঘূৰি এখন দোকানত চাহ খাই লৈ ছুলো। ইয়াত ৰাতি থকাৰ কোনো ব্যৱস্থা নাই। দোকানী পোহাৰী সকলোৱেই সন্ধ্যাৰ আগে আগে দোকান সামৰে। আমি পুনঃ চিৰিয়েদি নামি গাড়ি বম্বে চহৰলৈ ঘূৰা লাঞ্চত টিকট কাটি বহিলোহি। আমি ঘূৰি আহোতে দেখিবলৈ পালো এটা কাণ্ডন্। অফিচৰ বঙলা। সেই ঘৰটো আৰব সাগৰৰ মাজতে প্ৰকাণ্ড প্ৰকাণ্ড শিল দমাই তাৰ ওপৰতে সাজিছে। বহুতো অফিচাৰে তাত কাম কৰি থকা দেখিলো। সেইওঁলোকে দূৰবীণৰ সহায়ত তাৰ পৰাই অন্য জাহাজ আদি নিৰীক্ষণ কৰে। সাগৰৰ দাঁতিত বহুতো প্ৰকাণ্ড আৰু সুন্দৰ জাহাজ দেখিবলৈ পোৱা যায়। ৫ বজাৰ লগে লগে আমি গেট ওৱে পালোহি। লাঞ্চৰ পৰা নামিয়েই তেৰ মহলীয়া "হোটেল তাজ" খন বাহিৰৰ পৰাই চালো। সন্মুখত শ শ দেশী বিদেশী গাড়ী। এই হোটেলখন মুঠতে বিদেশী পৰ্য্যটক সকলৰ কাৰণেহে। ইয়াৰ পিছতেই এখন চিটি বাছ ধৰি পুণৰ "দ্বাদাৰ" পালোগৈ। দ্বাদাৰখনো বম্বেৰ ভিতৰতে এখন প্ৰসিদ্ধ স্থান। পিছদিনা ১০ মান বজাতে আকৌ এখন লোকেল ট্ৰেইনত উঠিয়েই ভি, টি (ভিক্টোৰিয়া টাৰমিনাচ) পালোহি। অসময়লৈ ঘূৰি যাবৰ কাৰণে ৰিজাৰ্ভেচন টিকট পাব পাৰিলে নাই গলপ ধূৰা ঘূৰি কৰিলোঁহক। কিন্তু অনেক চেষ্টা কৰিও সেই আশা

বিফল হ'ল। ভাবিলো যেনে তেনে গাড়ীত সোমাই যামগৈ। সেই দিনা আমি চাৰিওজনেই ক্ৰেফৰ্ড মাৰ্কেটখন চাবলৈ গলো তাৰ পৰা খোজ কাঢ়িয়েই। বজাৰখন ইমান ডাঙৰ যে গোটেই দিনটো ঘূৰিলেও যেন শেষ নহয়। এই বজাৰখনত এটা মৌৰা চগাইৰ পৰা এটা আলপিনলৈকে কিনিবলৈ পোৱা যায়। আবেলি তিনি বজাত বজাৰৰে দোকান এখনত গাখীৰ আৰু মিঠাই খাই ললোঁহঁক। আকৌ ঘূৰি সাগৰৰ পাৰে-পাৰে মেৰাইন ড্ৰাইভ হৈ কমলা নেহেৰু পাৰ্কলৈ গলো। সন্ধ্যা যেতিয়া বিজুলী চাকি বিলাক জ্বলি উঠে তেতিয়া মেৰাইন ড্ৰাইভৰ দৃশ্য এই পাৰ্কৰ পৰা চাবলৈ বহুত মানুহ গোট খায়। ইয়াকে বম্বেৰ কুইননেকলেচ কোৱা হয়। লগতে হেংগিং গাৰ্ডেনখন অতি মনোৰম লাগিল। হেঙ্গিং শব্দটোৰ অৰ্থ ওলামি থকা। ফুলনীখনৰ তলত পানী আছে তাৰ ওপৰত বিৰাট বিৰাট ড্ৰাম আদি ওপোঙাই এই পাৰ্কখন তৈয়াৰ কৰিছে। ইয়াৰ চাৰিও ফালৰ হেজ কাটি গড়, হাতী, ঘোঁৰা উট আদি-জন্তুৰ প্ৰতিকৃতি কাটি দৰ্শকৰ মন বেছ জমাব পাৰিছে। বম্বেত চিটি বাছৰেই ফুৰিবলৈ বেছ্ সুবিধা। তৃতীয় দিনাও ইণ্ডিয়া গেটলৈ গৈ যি আনন্দটো এৰিব নোৱাৰিলো। খোজ কাঢ়ি সাগৰৰ পাৰে পাৰে দুঘণ্টা মান ফুৰি একিউৰিয়ামখন চাবলৈ গলো। এই ঘৰটোৰ ভিতৰতে পৃথিৱীৰ সকলো দেশৰ মাছ, কাচ নানান ধৰণৰ সাপ আৰু সমুদ্ৰৰ প্ৰাণীবিলাক গ্লাচৰ বাকচৰ ভিতৰত জীৱন্ত অৱস্থাত দেখিবলৈ পালো। তাৰ পাছতেই আমি জাহাঙ্গীৰ আৰ্ট মিউজিয়াম খন চাবলৈ গলোহঁক। ইয়াৰ প্ৰবেশদ্বাৰত এটকাৰ টিকট লৈহে সোমাব পাৰি। ইয়াৰ ভিতৰত টেবুলৰ ফুলদানীত সজোৱাৰ নিচিনা ফলমূলৰ গছ, তাৰ ভিতৰত আম, কয়লা, নেমু, নাচপতি, কন্দৈ আৰু অসংখ্য বিধৰ ফল মূল লোতোপা লোতোপ দি লাগি থকা দেখিবলৈ পালো। চতুৰ্থ দিনা পুৱা বেলা জুহুবিটচ্ চাবলৈ ওলালো। আৰব সাগৰৰ নীলবৰণৰ জলতৰঙ্গ চকুৰ দৃষ্টিৰে যিমান দূৰলৈকে চাব পাৰি চাই ললো। নাতি দ'ৰা তুলতুলৰ বালিত উটৰ পিঠিত মানুহবিলাক

উঠি স্ফুৰ্তি কৰা দেখি তাবো উটৰ পিঠিত উঠি অলপ ফুৰিবলৈ আগ্ৰহ হল। ময়ো এটা উট ভাৰা কৰি নাস্তিৰ লগতে প্ৰায় আধাঘণ্টা মান উটৰ পিঠিত উঠিলো। নামিবৰ সময়ত পিঠিতে বহি জী-জোৱাইহঁতক কাষত থিয় কৰি এখন ফটো তোলালো। জন্তুবিটচৰ কাষে কাষে ভাৰতবৰ্ষৰ বিখ্যাত কথাছবিৰ নায়ক নায়িকা সকলৰ বাসস্থান। অতি মনোৰম এই পথ ছোৱা। কিছু দূৰত দেখা পালো 'চান্তা ক্ৰুজ" বিমান বন্দৰ খন। পাঁচ মিনিটত একোখনকৈ বিমান উঠিছে নামিছে। এখন এয়াৰ বাচ্ আমাৰ ওপৰেদি উৰি যাওঁতে আম্যকে মাটিৰ পৰা উৰুৱাই হে যেন নিলে এনে লাগিছিল। মুঠতে বম্বেত এসপ্তাহ সময় কটাই দি বহুত কল কাৰখানা আৰু চাবলগীয়া সকলো খিনি চাই ললো। ভি,টি,ত গৈ ঘৰলৈ ঘূৰিবৰ কাৰণে ৰিজাৰ্ভেচনৰ আশা বিফল হোৱাত এলাহাবাদলৈকে যেনে তেনে সোমাই যোৱাৰ কথাটোকে ঠিক কৰি সপ্তম দিনা ষ্টেচনত থিয় দিলোহি। গাড়ীৰ সময় আছিল দিনৰ তিনি বজাতহে যাত্ৰীৰ ভিৰ দেখি কেনেকৈ ৰেলত সোমাই বহিম ভাবি চিন্তি থাকোঁতেই শ্ৰমিক এটা ওচৰ চাপি ক'লৈ যাম সুধিলে। আমিও তাৰ আগত এলাহাবাদলৈ যোৱাৰ কথা জনালো। এলাহাবাদলৈ যোৱা গাড়ীৰ কেনেকুৱা ভিৰ হয় আমাক বৰ্ণনা দি সি আৰু ভয় খুৱালে। কুলি-টোৱে মোৰ থজুৱাই থজুৱাই আমাক কলে যে ছল্লিচ টকা দিলে সি আমাক বহিবৰ চিট ঠিক কৰি দিব পাৰিব। অৱস্থা দেখি আমিও তাৰ কথাত ৰাজী হলো। ৰেল আহি প্লেটফৰ্মত সোমাব লাগে লাগে মানুহৰ হুৱাদুৱা লাগিল। আমিও কুলিটোৰ পিছ ললো। এনাইতে দেখিলো যে এজন পুলিচ কনিষ্টবলে আমাৰ মালখিনি ভিতৰৰ পৰাই ধৰি সুমুৱাইছে। সৰু গাড়ী খোলে তাৰ পৰাই সেই পুলিচজনে এখন ডাঙৰ গামোছা পাৰি লৈ চাৰিজন বহিব পৰাকৈ ঠাইখিনি আৱদ্ধ কৰি আনিছে আমাৰ কাৰণে। আমাৰ চাৰিওজনকে বহুৱাই দি টকা ৭০ টা আমাৰ পৰা লৈ পুলিচজন বিদায় হল। আমিও স্বস্তিৰ নিশ্বাস পেলালো বহিবলৈ ঠাইকণ পাই। এনেকৈয়ে আৰু বাটত কোনো অসুবিধা নোহোৱাকৈ গুৱাহাটী পালোহি।

## কাশী বিশ্বনাথ

**প্রয়াগ—হৰিদ্বাৰ—** ১৯৭৬ চনৰ শেষ ভাগত সহধৰ্ম্মিনীৰ সৈতে দুয়োজন কাশী প্ৰয়াগ হৰিদ্বাৰ আদি ফুৰিবৰ কাৰণে ওলালো। দুই নবেম্বৰ তাৰিখে গুৱাহাটীৰ পৰাই কুম্ভমেলাৰ স্থান এলাহাবাদ অভিমুখে দুয়ো যাত্ৰা কৰিলো। চাৰি তাৰিখে পুৱা এলাহাবাদ ৰেল ষ্টেচন পোৱাৰ লগে লগে এজন পাণ্ডাই আমাক গাড়ীতে ধৰিলেগৈ। আমিও তেওঁৰ লগতেই এখন ঘোঁৰা গাড়ীত বহিলোঁ। ঠিক ১০ বজাত যমুনা নদীৰ পাৰত থকা তেওঁৰ ঘৰ পোৱালেগৈ। শ্ৰাদ্ধ কৰিবৰ কাৰণে যি খিনি বস্তুৰ প্ৰয়োজন তেওঁ গোটাই মেলি লৈ তেওঁৰ ঘৰৰ কাষৰ পৰাই এখন সৰু নাওত আমাৰ দুয়োকো তুলি ললে। যমুনাৰ বুকুৰেদি সঙ্গম স্থানলৈ নি সঙ্গম স্থান প্ৰযাগত স্নানাদি সমাপন কৰি শ্ৰাদ্ধ তৰ্পন আদি কৰোৱালে। এই ত্ৰিবেণী সঙ্গম স্থানতেই ১১ বছৰৰ মূৰে মূৰে কুম্ভমেলা হয়। গোটেই ভাৰতবৰ্ষৰ পৰা এই কুম্ভ মেলাত বহু লাখ মানুহৰ সমাগম হয়। অন্য সময়তো দৈনিক ইয়াত হাজাৰ হাজাৰ মানুহে স্নান শ্ৰাদ্ধদি কৰেহি।

এই স্থানতেই গঙ্গা যমুনা আৰু সৰস্বতী মিলিত হৈছে। শ্ৰাদ্ধাদি সমাপন কৰি পাণ্ডাজনৰ পৰা বিদায় হৈ আমি দুয়ো তিনিটা বজাত "সুভাষ নামৰ" হোটেল খনত ৰূম এটা লৈ ৰাতিটো তাতে কটালো। পিচদিনা পুৱা শ্ৰীমতীক গোটেই এলাহাবাদ টাউনখন ফুৰালো। বম্বেলৈ যাওতে মই এলাহাবাদ খন ভাল কৈ ঘূৰি পকি গৈছিলো। আমি সন্ধ্যা ৬ বজাত এলাহাবাদৰ পৰা বেনাৰস (কাশী) অভিমুখী ৰেলত উঠি পৰিলো। গোটেই ৰাতিটো বহিয়েই ৰেলত কটাব লগা হৈছিল। পুৱাৰ লগে লগে ৰেলৰ পৰা নামি এখন অট'ৰিক্সা লৈ 'নটৰাজ' নামৰ হোটেল খনত তিনিদিন থাকিলো। পিছদিনা পুৱা গঙ্গা স্নান কৰি বিশ্বনাথ দৰ্শন কৰিবলৈ গলো। এজন ল'ৰাই বাটতে লগ পাই বিশ্বনাথ দৰ্শন কৰাই দিব বুলি প্ৰতিশ্ৰুতি দিয়াত আমি দুয়ো তেওঁৰেই পিছ লৈ

মন্দিৰত সোমালো। মোতকৈ মোৰ পৰিবাৰে সেই কিশোৰ পাণ্ডা-জনক বেছি গুৰুত্ব দিলে। আমাৰ দুয়োকো প্ৰথমে লৈ গল সিদ্ধি-দাতা গণপতিৰ ওচৰলৈ। প্ৰকাণ্ড গণেশ মূৰ্তিৰ ওচৰত পূজাৰীজনে আমাৰ জাত কুল সুধিয়েই আমাৰ ল'ৰা কেইজন, কোনে কি কৰে ইত্যাদি নানান কথা কৈ নাম, গোত্ৰ সোধাত বৰ ব্যস্ত হৈ পৰিল। শ্ৰীমতীয়েও একাদিক্ৰমে প্ৰয়োজন ল'বাৰ নাম কবলৈ লাগিল। পাণ্ডায়ো তাতত দিল, কম নৈ সঙ্কল্প লোগাৰ ব্যৱস্থা কৰিলে। কাৰ-বাৰটো দেখি মই হতভম্ব হলো। পূজাৰীয়ে পাঁচ মিনিটৰ ভিতৰতে পূজা শেষ কৰি ভয়ৰ্ষী টকা আদায় কৰিবলৈ উঠি পৰি লাগিল। কোনোপধো টকা ১০ টা থালত পেলাই দি গণেশ বাবাৰ পৰা বিদায় ললো। লগত থকা ল'ৰাজনকো তুমি আৰু আমাক একো দেখুৱাব নালাগে বুলি কৈ টকা দুটা দি হাতেই বিদায় দিলো। আমি অনা যাত্ৰীৰ লগত বিশ্বনাথ মহাপ্ৰভুক দৰ্শন কৰিলো। মন্দিৰৰ পৰা ওলায়েই আমি গঙ্গাৰ পাৰত থকা সৰু বৰ মন্দিৰখিনি সোমাই চালোহঁক। ইয়াৰ পাচতেই তাহানিৰ হৰিশ্চন্দ্ৰ ৰজাৰ শ্মশান ঘাট চাবলৈ গলো। ইয়াত দৈনিক মাত্ৰ এজন মানুহৰহে কাঠ-সংস্কাৰ কৰে। ইয়ালৈ বহুত দূৰ দৰণিৰ পৰা মৰা মানুহ লৈ সংকাৰৰ কাৰণে আহে। মণিকৰ্ণিকাৰ ঘাটত দৈনিক বহুত মানুহৰ শৱদাহ হয়। হৰিশ্চন্দ্ৰ ৰজাৰ শ্মশান ঘাটত এতিয়াও খুব পুৰাতে চণ্ডাল বংশৰ মানুহে এনে ডোমৰ হাতত শৱদাহ কৰে। পুৱাৰ ভাগত আমি গোৱাৰ কিছু আগত শৱদাহ শেষ হোৱাত আমি উপস্থিত হৈছিলোগৈ। চহৰলৈ গোম্ব আদি যোৱাৰ কাৰণে এই ব্যৱস্থা কৰিছে। পিছদিনা পুৱা কেদাৰ ঘাটত গঙ্গা স্নান কৰি কেদাৰ মন্দিৰ দৰ্শন কৰিলো। ইয়াত দুৰ্গা মন্দিৰ আদি কৰি বহুতো মন্দিৰ আছে। ইয়াৰ ভিতৰত সঙ্কটমোচন তুলসী মন্দিৰ, অন্নপূৰ্ণা দেৱীৰ মন্দিৰ, গণেশ মন্দিৰ ইত্যাদি। তাৰ ভিতৰত বিশ্বনাথ বাবাৰ মন্দিৰ অন্যতম।

সেইদিনাই আমি আবেলি কাশী হিন্দু বিশ্ববিদ্যালয়খন চালো। বৰ ভাল লাগিল ইয়াৰ ভিতৰৰ ৰাস্তা-পদূলিখিনি চাই। লগতে শাৰী শাৰী আম গছবিলাক। চৌহদটোত সোমালে ওলাবলৈ মন নাযায়। ইয়াৰ প্ৰত্যেক বিভাগৰ সমান্তৰালভাৱে সজা ঘৰ দুৱাৰবিলাক চাই মনটো বৰ ভাল লাগিছিল। ইয়াৰ বিৰলা ভৱনটোও এক আকৰ্ষণীয় বস্তু। তিনিদিন তাত কটাই আমি দুযো বেল যোগেই হৰিদ্বাৰ পালোগৈ। বেলৰ পৰা নামিয়েই আমি গঙ্গাৰ পাৰতে থকা বিষ্ণু ঘাটৰ তিনিতলাৰ "হৰিনিবাস" নামৰ হোটেলখনত উঠি এটা কোঠালী ললো। ভগৱানৰ কৃপাত আমি ওপৰ মহলাৰ কোঠালী এটাকে পালো। ইয়াৰ পৰা পুৱা-গধূলি খৰস্ৰোতা গঙ্গাৰ জলতৰঙ্গ ৰাশিৰ অতি মনোৰম দৃশ্য উপভোগ কৰিবলৈ পাইছিলো। ইয়াত দুদিনহে কটালো। ইয়াৰ মঠ মন্দিৰবিলাক অতি বিচিত্ৰ। গঙ্গাৰ পাৰতেই সকলো দেৱ-দেৱীৰ মন্দিৰ। হৰিদ্বাৰ বেছ নামে গুণে মনোগ্ৰাহী। হৰিদ্বাৰৰ চিত্ৰ ভাস্কৰ্য্য অতি চমকপ্ৰদ। ইয়াত অতিথিসকল থকাৰ কাৰণে বহুত ধৰমশালা আছে। তাৰ ভিতৰত গঙ্গাৰ বুকুতে কৈযাৰী স্ত্ৰীলোকৰ ধৰমশালাখন বাহিৰৰ পৰাই চালো। ইয়াত পুৰুষ মানুহৰ প্ৰবেশ নিষেধ। মোৰ পৰিবাৰে যেনিবা ভিতৰলৈ সোমাই গৈ এপাক মাৰি আহিল। হৰিদ্বাৰৰ ওচৰৰ পাহাৰ এটাৰ ওপৰত থকা মনসা দেৱীৰ দৰ্শন কৰা বৰ কষ্টকৰ আছিল। ওপৰলৈ উঠা বৰ কষ্টকৰ। প্ৰায় এঘণ্টামান সময় খৰচ কৰি দহবাৰ মান বাটত জিৰণি লৈ আমি দুযো মনসা দেৱীৰ মন্দিৰটোৰ ওপৰলৈ উঠিবৰ সক্ষম হৈছিলো। বৰ্তমান কিন্তু তলৰ পৰা মন্দিৰ পাবলৈ মাত্ৰ "ৰপওৱে"ত পাঁচ মিনিটহে সময় লাগে। প্ৰতিজন যাত্ৰীয়ে ৪ টকাকৈ মাত্ৰ উঠা-নমাৰ খৰচ বহন কৰিব লগা হয়। এই বস্তুটো বিজুলীৰ সহায়ত চাৰিজনকৈ বাকচত বহি উঠা নমাৰ ব্যৱস্থা আছে। এতিয়া দৈনিক হাজাৰ হাজাৰ দৰ্শনাৰ্থী আনন্দ উপভোগ কৰিবলৈকে হলেও

তালৈ অহা-যোৱা কৰে।

**'ঋষিকেশ'** দহ নৱেম্বৰৰ দিনা পুৱা এখন বেচৰকাৰী বাছত উঠি আমি দুয়ো ঋষিকেশ পালোগৈ। প্ৰথমতে আমি সপ্তঋষিৰ আশ্ৰমখন দৰ্শন কৰিলো। কাশ্যপ আদি সাতজন ঋষিৰ প্ৰস্তৰ মূৰ্তি স্থাপিত এই আশ্ৰমখন। বৰ ভাল লাগিল এই আশ্ৰমখন চাই। প্ৰবাদ আছে ইয়াত ঋষিসকলে তেওঁলোকৰ মূৰৰ চুলি পেলাইছিল। কিছুসময় ঋষিকেশ নগৰখন চাই তাতেই দুয়ো অলপ ফল-মূল আৰু গাৰ্থাৰ খাই মধ্যাহ্ন ভোজনটো কৰি ললো। তাৰ পৰা এখন টেক্সীৰ সহায়ত লচমনঝুলা চাবলৈ গলো। গঙ্গাৰ ওপৰত ওলমি থকা দলংখন চাই বৰ আনন্দ উপভোগ কৰিলো। এই দলংখনৰ নাম ঠাই ডোখৰৰ নাম অনুযায়ী লচমনঝুলা। প্ৰবাদ আছে এই বাটেদিয়েই সীতাদেবীৰ অন্বেষণত লক্ষ্মণে এডাল লতাত বগাই বগাই খৰস্ৰোতা গঙ্গা নদী পাৰ হৈছিল। বৰ্তমান সেই ঠাইতেই এডাল ৰচিৰ (লোহাৰ) সহায়ত এই ওলোমা দলংখন তৈয়াৰ কৰি স্বৰ্গাশ্ৰমলৈ যোৱা পথটো সুগম কৰি তুলিছে। এই দলংখন মাত্ৰ ৫/৬ ফুটমানহে বহল। ইয়াৰ পৰাই হিমালয আৰু স্বৰ্গাশ্ৰমৰ দৃশ্যবিলাক উপভোগ কৰিবলৈ অতি মনোৰম। আমি দুয়ো অন্য যাত্ৰী সকলৰে সৈতে দলং পাৰ হৈ স্বৰ্গাশ্ৰমলৈ খোজ ললো। ইয়াৰ দৃশ্য অতি মনোৰম। গঙ্গাৰ কাষতে অতি জাকজমককৈ সজোৱা এই আশ্ৰমখন। স্বৰ্গাশ্ৰমখন নামে, কাজে-কামে সঁচাই স্বৰ্গপুৰী। ইয়াৰ গীতা মন্দিৰটো অতি সুন্দৰ। বহুত ধুনীয়া ধুনীয়া ধৰমশালা ইয়াত আছে। শ শ ধৰ্মপ্ৰাণ লোক দৈনিক ইয়ালৈ আহে। সৌন্দৰ্য্য উপভোগ কৰিবৰ কাৰণে ভাৰতবৰ্ষৰ বাহিৰৰ লোকো ইয়ালৈ বহুত আহে। সন্ধ্যা সময়ত আমি এখন ইঞ্জিন চালিত নাওত উঠি গঙ্গা পাৰ হৈ চমু ৰাস্তা ধৰি হৰিদ্বাৰ পালোহি। ৰাতিটোৰ কাৰণে আমি দুয়ো এখন ধৰ্মশালাতে কটালো।

## ডেৰাডুন

পিছদিনা পুৱা এখন পেছেঞ্জাৰ বেলত উঠি ডেৰাডুন পালোগৈ। হৰিদ্বাৰৰ পৰা ডেৰাডুন মাত্ৰ কুৰি মাইলমানহে হব। বেলৰ পৰা নামিয়েই এখন ৰিক্সাৰ সহায়ত এখন মাৰোৱাৰী হোটেলত উঠিলোগৈ। দিনটোৰ ভিতৰতে এখন অট'ৰিক্সা ভাৰাত লৈ আমি ডেৰাডুন চহৰ-খন ফুৰিবলৈ ওলালো। ইয়াত বনবিভাগৰ চাৰ্ভেলফ ফৰেষ্ট কলেজ আৰু বনবিভাগৰেই সকলোবিলাক ডাঙৰ ডাঙৰ অফিচ ইয়াতেই। Children Academy, Parade Ground, Snt. Thomas School, Civil Hospital ও মহাত্মা গান্ধী পাৰ্ক আদি অট'ৰিক্সা চালকজনেই আমাক দেখুৱালে। ইয়াৰ স্কুল, কলেজবিলাক বেছ আধুনিক। প্ৰায় গোটেই ভাৰতবৰ্ষৰ ধনী সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীয়ে ইয়াত শিক্ষা গ্ৰহণ কৰে।

## মচৌৰী

পিছদিনা পুৱা আমি থকা হোটেলখনৰ সন্মুখৰ পৰাই বেচৰ-কাৰী বাছ মচৌৰীলৈ যোৱাৰ খবৰটো পাই দিনতীয়াকৈ মচৌৰীলৈ বুলি আমি যাত্ৰা কৰিলো। ডেৰাডুনৰ পৰা মচৌৰী মাত্ৰ পোন্ধৰ মাইলমানহে হব। এই চহৰখন হিমালয়ৰ পাদদেশত। পৰ্বতীয়া ঠেক ৰাস্তাটোৰে আমাৰ বাছখন অগ্ৰসৰ হল। বাছৰ ওপৰৰ পৰাই কি যে মনোৰম হিমালয়ৰ দৃশ্যাৱলী দেখিবলৈ পালো। ৰাস্তাটো ঠেক। মাত্ৰ এখন গাড়ীহে এবাৰত পাৰ হৈ যাব পাৰে। আধা ৰাস্তা গৈ শাহানিৰ নংপুৰ নিচিনা গেট পোৱা হয়। যত গেটখন আছে তাৰ নামটো হলে মনত নপৰিল। আমি মচৌৰী সোমোৱাৰ আগে আগে এখন গেটপাছ লৈ এটকাকৈ দিব লগা হল। যাত্ৰীৰ পৰা উঠা টকাখিনি হেনো টাউন কমিটিয়ে লয়। প্ৰায় ডেৰ ঘণ্টাৰ ভিতৰতে আমি মচৌৰী পালোগৈ। কলিকতাৰ নিচিনা ইয়াতো মানুহে টনা টাংগা পোৱা যায়। আমি বাৰ টকাত গোটেই টাউনখন দেখুৱাবৰ কাৰণে

এখন টাংগাকে ভাৰা কৰি ললো। ৰাস্তাৰ কাষে কাষে অতি বিশোপন পাৰ্কবিলাক চকুত পৰিল। হিমালয়ৰ গছলতা নোহোৱা শুকান পাহাৰ পৰ্বতবিলাক সৌন্দৰ্য্যৰে ভৰপূৰ। পৰ্য্যটকসকলক আনন্দ দিবৰ কাৰণে মাজতে ইখন পাহাৰৰ পৰা অন্য এখন পাহাৰলৈ যাব পৰা এটা "ৰপওৱে" ইয়ালো আছে। মচৌৰী এখন সৰু স্বাস্থ্যকৰ ঠাই। আধুনিক ধৰণৰ সৰু বৰ হোটেল ইয়াত আছে। গৰম দিনত ধনী মানুহসকল ইয়ালৈ আহি আৰাম কৰেহি। মচৌৰীত আমি মাত্ৰ ৬ ঘণ্টাহে থাকি সকলো চালো। চাৰি বজাৰ লগে লগে আমি আকৌ ডেৰাডুনলৈ যোৱা বাছ এখনত উঠি এৰি থৈ অহা হোটেলখন পালোগৈ। পিছদিনা আমি পুৱা ১০ বজাতে ভালকৈ খাই-বৈ লক্ষ্ণৌলৈ যোৱা ৰেলখনত বহি পৰিলো। ডেৰাডুনেই উৰ্দ্ধৰ ফালে যোৱা ৰেলৰ শেষ ষ্টেচন। পিছদিনা আমি লক্ষ্ণৌ পাই আৰু সাত বোধা নহল। লগে লগে গুৱাহাটীলৈ যোৱা ৰেলত উঠিলো। কাৰণ গুৱাহাটীত-জৱাহৰ নগৰত বহা নিখিল ভাৰত কংগ্ৰেছ অধিবেশনখন চোৱাৰ সুবিধা কণ নেৰিলো।

## মাদ্ৰাজ

১৯৭৯ চনৰ ১৬ অক্টোবৰ তাৰিখে মাদ্ৰাজলৈ যাম বুলি কৰমণ্ডল এক্সপ্ৰেছত গুৱাহাটীৰ পৰা তিনিখন টিকট কৰি পেলালো। ইমান দিন আমি দুয়োজন ঘূৰি ফুৰিছিলো কাৰো লগ নোহোৱাকৈ। এইবাৰ আমাৰ ডাঙৰ জী-জোৱাইয়ে লগত আন এজন নোহোৱাকৈ আমাক পঠাবলৈ আপত্তি কৰিলে। মযো আমাৰ পঞ্চম পুত্ৰ দীগন্ত কুমাৰক লগত লৈ যোৱাৰ সিদ্ধান্ত কৰিলো। পৰিবাৰেও বেছ ভাল পালে। বাকী কেইটা ল'ৰা ঘূৰি ফুৰে। সি কিন্তু ইমান কষ্ট সহিষ্ণু নহয়। আমাৰ যাত্ৰাৰ দুদিন আগতে গুৱাহাটীত উপস্থিত হলোহক। যাত্ৰাৰ দিনা চাৰে এঘাৰ বজাত জোঁৱাইৰ ঘৰৰ কাষতে থকা শ্ৰীযুক্ত কৃষ্ণ প্ৰসাদ বৰুৱাই আমাৰ তিনিওকে তেখেতৰ গাড়ীৰে নি ৰেলত বহুৱাই দিলেগৈ।

গুৱাহাটীৰ পৰা দুৰাতি বেলত গৈ আমি হাওৰাত উপস্থিত হলোঁহঁক। মাদ্ৰাজ অভিমুখী কৰমণ্ডল এক্সপ্ৰেচৰ কাৰণে জিৰণী কোঠাটোত গা পা ধুই প্ৰায় পাচ ঘণ্টা জীৰণি ললো। আবেলি ৪ বজাৰ লগে লগে আমাৰ সংৰক্ষিত স্থানত বহি পৰিলো। ভাৰতৰ ভিতৰ' এইখন দ্ৰুত গামী আৰু উচ্চ মানৰ বেলগাড়ী। ইয়াৰ দ্বিতীয় শ্ৰেণীটো বহা ঠাই বিলাকত গাড়ীৰ ব্যৱস্থা আছে। ২৯অক্টোবৰৰ দিনা সন্ধ্যা আমি তিনিও মাদ্ৰাজ বেল ষ্টেচনত নামি পৰিলো। বেলৰ পৰা নামিয়েই দুখন ৰিক্সা লৈ আমি এখন ভাল হোটেললৈ নিবলৈ কোৱাত ৰিক্সা চালকে নতুন মানুহ দেখি এমূৰত থকা পেলেচ হোটেল পোৱালেগৈ। মাদ্ৰাজ বেলষ্টেচনৰ আশে পাশে বহুত ভাল হোটেল আছিল কিন্তু ৰিক্সা চালক কেইজনে আমাক প্ৰায় তিনি কিল মিটাৰ আঁতৰৰ সেই অত্যন্ত দামী হোটেল খনত সুমুৱাই দিলেগৈ। ৰুম ভাৰা বন্দবস্ত হল। ৰাতিটোৰ কাৰণে ডেৰশ। ইফালে বাহিৰত খাৰাযাৰ বৰঘুণ। মাদ্ৰাজত বছৰে দুৱাৰ বাৰিষা হয়। সেই সময়তো পথাৰ বিলাকত ধান খেতিৰ পূৰ্ণ পয়োভৰ। ৰাতিটো তিনিও পেলেচ্ হোটেলতে বৰ আৰামকৈ কটোৱা হ'ল। পুৱা গা-পা ধুই আলিৰ দাতিতে থকা কালি মন্দিৰটো দৰ্শন কৰিলো। আমি থকা হোটেলৰ পৰা এক কিলমিটাৰ মান আতৰত থকা মাদ্ৰাজৰ বিখ্যাত মিউজিয়ামটো চাবলৈ গলোঁহঁক। এই চাৰি মহলাৰ মিউজিয়ামটো চাওঁতে আমাৰ প্ৰায় দুঘণ্টা সময় লাগিল। মিউজিয়ামৰ গেটৰ মুখতে তিমি মাছৰ জকাটো ৰখা হৈছে। এই মাছটো ধৰা হৈছিল ১৯৩১ চনত ভাৰত মহাসাগৰত। ইয়াৰ মুখৰ কোৱাৰী দুটা দুৱাৰ মুখৰ গ্ৰেটৰ দুয়োকাষে সমান্তৰাল ভাৱে ৰাখি দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিছে। মাছটোৰ সম্পূৰ্ণ জকাটো দুৱাৰ মুখৰ প্ৰথম কোঠালীৰ ওপৰত লোহাৰ শিকলি দি আৰি থোৱা অৱস্থাত দেখা পালোঁহঁক। জীৱন্ত অৱস্থাত পানীত থাকোতে ই বোধকৰো তিনিটামান হাতীৰ শৰীৰৰ সমান ডাঙৰ হ'লহেঁতেন। ইয়াৰ পাছতেই

অসংখ্য কোঠালীৰ ভিতৰত সজাই থোৱা বাঘ, ভালুক, ঘোঁৰা, হৰিণ, চৰাই চিৰিকতি আৰু পৃথিৱীৰ বহুত নির্জীব অৱস্থাৰে চাল খনৰেই তৈয়াৰ কৰা প্রাণী বিলাক দেখিবলৈ পালো। অনেক দেশ বিদেশৰ হিলৈ বৰতোপ বন্দুক অস্ত্র-সস্ত্র দেখিলো। ইয়াৰ পৰা পেলেচ হোটেললৈ ঘূৰি গৈ ৩ টা বজাত মাদ্রাজ ৰেলষ্টেচনৰ কাষতে থকা কাশ্মীৰ হোটেললৈ স্থানান্তৰ হলো। ইয়াত দিনে কমভাৰা মাত্র ১৪ টকাকৈহে আছিল। এই হোটেল খনত আমি তিনিদিন থকাৰ ঠিক কৰিলো। মাদ্রাজৰ মানুহ বিলাক মিতব্যয়ী। অনাড়ম্বৰ হিচাপেই তেওঁলোকে জীবন নির্বাহ কৰে। তিৰোতা মানুহে ৰাতিপুৱা গুহ উঠিয়েই গা পা ধুই বাহিৰলৈ ওলাই ৰাস্তাৰ কাষে কাষে বিক্রী হোৱা এডাল ফুলৰ মালা খোপাত বান্ধে। অসমীয়া বা বঙালী মানুহৰ নিচিনা তেওঁলোক গহনা প্রিয় নহয়। মতা মানুহৰ ভিতৰত লংপেন্ট পিন্ধা বা চোলা পিন্ধা মানুহ খুব কমেই। বাটত ঘাটে মাত্র বগা লুঙি পিন্ধি আৰু এপাক ওপৰলৈ দাঙি লয়। প্রায় বেছি ভাগ মানুহেই ইংৰাজী কব পাৰে। এওঁলোকে হিন্দী ভাষা একেবাৰেই নকয়। সেই কাৰণে ইংৰাজী নজনা মানুহৰ তাত ফুৰা চকা বেচ্ অসুবিধা হয়। কাশ্মীৰ হোটেলত থকা তিনিদিনত আমি গোটেই মাদ্রাজ খন ফুৰি ললো। ভাৰত মহাসাগৰৰ পাৰত থকা "আন্নদাস্কোৱাৰ" পাকখন বেচ্ মনোগ্রাহী। গেটটোৰ মুখত মাৰ্বল পাথৰৰ দ্বাৰা নির্মিত এজোৰ হাতীৰ দাঁত সজাই থোৱা আছে। ডাঃ আন্নাডুৰাই সেই সময়ত মাদ্রাজৰ মুখ্যমন্ত্রী আছিল। ৰাইজৰ প্রিয় হেতু ১৯৬৯ চনত মৃত্যুৰ পাচত তেখেতৰ সমাধিৰ ওপৰত এই বিশাল পার্কখন তৈয়াৰ হৈছে। তেখেতৰ সমাধি স্থানত আজিও গেচৰ জুই কুৰা জ্বলাই থোৱা হৈছে। বিশেষ ভাস্কর্য্যপূর্ণ মাদ্রাজত সাগৰৰ পাৰত বহি মাছমৰীয়া নাও বিলাক দেখি তবাধ মানিব লগা হয়। পাৰ ভিতৰত এদিন আমি তিনিও বন্দৰ এলেকা চাবলৈ গলো। দেশী বিদেশী বহুত নাও জাহাজ দেখিলো। পুৰণা গবর্ণমেণ্টহাউচ টোৰ ভিতৰত লড আৰু উইনৰ মাৰ্বল পাথৰৰে সজা

প্ৰতিমূৰ্তিটো অফিচ কমৰ ভিতৰত বহুৱাই থোৱা দেখা পাই বৰ ভাল লাগিল। মাদ্ৰাজৰ ঘৰৰ ভিতৰতে থকা অতি আধুনিক "মুৰমাৰ্কেট" খন চালো। ইয়াৰ বাহিৰে ভিতৰে বহুত বজাৰ বহে।

## তিৰুপতি

দুই নবেম্বৰৰ দিনা পুৱা ৬ বজাতে আমি ভাৰত বিখ্যাত তিৰুপতি মন্দিৰ চাবলৈ মাদ্ৰাজৰ পৰা ডিলাক্স বাচৰেই যাত্ৰা আৰম্ভ কৰিলো। সন্ধ্যা সময়ত তিৰুপতি টাউন পাই ৰাতিটোৰ কাৰণে "বিক্ৰম" নামৰ হোটেল খনতে স্থান ললো। ইয়াৰ হোটেল বিলাক বেচ আহল বহল আৰু পৰিপাটী। হোটেল বিলাকৰ ভাৰা উত্তৰ ভাৰতৰ হোটেল বিলাকত কৈ বহুত কম। খোৱা-বোৱাৰ কাৰণেহে দক্ষিণ ভাৰত আমাৰ কাৰণে তৃপ্তি দায়ক নহয়। নাৰিকলৰ তেলত ৰন্ধাবঢ়া ফোৰনত নৰসিংহৰ পাত আৰু প্ৰতিবিধ খাদ্যত তেতেলীটেঙা হল তেওঁলোকৰ প্ৰিয় খাদ্য। গাখীৰ, দৈ, ঘী যথেষ্ট পৰিমানে পোৱা যায়। ফল-মূলৰ ভিতৰত কল আঙুৰ কম মূল্যত পোৱা হয়। তিৰুপতি টাউনৰ পৰা কিছু দূৰ থকা তিৰুপতি মন্দিৰটো চালোগৈ। ইয়াৰ বিষ্ণুমূৰ্তিখন সোনৰ। বিষ্ণু অনন্ত শয্যাত শুই আছে। ওচৰত আছে লক্ষ্মীদেৱী। আমি আকৌ এখন বেচৰকাৰ বাচত উঠি মন্দিৰৰ ওচৰৰ পৰাই অন্য কিছুমান যাত্ৰীৰে সৈতে "তিৰুমালা" পাহাৰৰ ওপৰতে উঠিলোগৈ। এই পাহাৰৰ ওপৰত অতি বৃহৎ মন্দিৰটো। ইয়াত শ্ৰীকৃষ্ণৰ বিৰাট সোণৰ মূৰ্তি বিদ্যমান। লোকে লোকাৰণ্য। মন্দিৰৰ কাষতে থকা তিনিটা বিৰাট ঘৰ। প্ৰত্যেক ঘৰৰ ভিতৰত শ' শ' যাত্ৰী বহাৰ সুবিধাৰ কাৰণে বেঞ্চ। আমি প্ৰথম ঘৰটোত স্থান নোপোৱাত ধুমধাম কৰি দ্বিতীয় ঘৰটোত বহি পৰিলো। আমি মন্দিৰ দৰ্শন কৰিবলৈ প্ৰায় আঠৈ ঘণ্টা সময় অপেক্ষা কৰিব লগা হল। মন্দিৰৰ পুলিচে প্ৰত্যেক বাৰত

প্ৰায় ৩০০ শ মানকৈ যাত্ৰীক বহাৰ পৰা মন্দিৰৰ ভিতৰ সুমুৱাবলৈ উঠায়। মন্দিৰ কমিটীৰ ব্যৱস্থা বিলাক দেখি বৰ ভাল লাগিল। দুই তিনি ঘণ্টা অপেক্ষা কৰিও যাত্ৰী সকলৰ আমনি নালাগে। চাৰিও ফালে চাহ মিঠাইৰ দোকান আছেই। যথা সময়ত অন্য যাত্ৰীৰ লগত আমাৰো উঠাৰ পাল পৰিল। ৩০০ শ মান যাত্ৰীক একেলগে পাৰ কৰায়। মন্দিৰৰ কাষৰ বাৰণ্ডাই দি আমি মন্দিৰৰ ভিতৰলৈ সোমালো। আমাৰ লগত যোৱা যাত্ৰী বিলাকৰ প্ৰায় সকলোৰে মূৰৰ চুলি খুৰোৱা। সকলোৱে দৰ্শনৰ আগে আগে পুষ্কৰীৰ পাৰত বহা কিছুমান নাপিতৰ ওচৰত মূৰৰ চুলি পেলাই স্নান কৰে। এইচুলি বিলাক হেনো মন্দিৰৰ কাৰণে অৰ্থ উপাৰ্জনত বেচ সহায় হয়। চুলিবিলাক বাহিৰলৈ চালান হয়। নাপিত বিলাকক কমিটীৰ ফালৰ পৰা দৰমহা দিয়ে। মন্দিৰ সোমায়েই চকুত পৰিল বহুত লোহাৰ বাকচ। তলাবিলাক ধুনীয়াকৈ কাপোৰেৰে বন্ধা আৰু চিল মোহৰ মৰা। মন্দিৰ দৰ্শন কৰি যাৰ যি ইচ্ছা তাত টকা পইচা দিয়ে। মন্দিৰটো ইমান ডাঙৰ যে তাত এপাক ঘূৰোতেই বহুত সময়ৰ দৰ্কাৰ। আমি মহাপ্ৰভু বিষ্ণু দৰ্শন কৰিলো। ওচৰতে গৰুড়ৰ সোণৰ মূৰ্ত্তি। মন্দিৰৰ পৰা ওলাবৰ সময়ত দুৱাৰ মুখতে কেইবাজনো লোকে ... পাতিকৈ শুকান পাতত অলপ অলপ ভোগ দি থায়। বাহিৰ ওলাই আহি সেই ভোগকণ খাই পাতটুকুৰা এটা ড্ৰামত পেলাই দিয়ে। মুখ হাত ধোৱাৰ সকলো সুবিধা তাত আছে। পাহাৰৰ ওপৰত থকা এই মন্দিৰটো। "ভেঙ্কটেশ্বৰ" নামে জনাজাত ভেঙ্কে শব্দৰ অৰ্থহল পাপ আৰু "কাট" শব্দৰ অৰ্থ "মোচন"—বা কটা"। কিছুসময় মন্দিৰৰ চৌহদত ঘূৰিলো। দক্ষিণ ভাৰতৰ মন্দিৰ বিলাক দেখাত প্ৰায় একে। আমাৰ অসম বা উত্তৰ প্ৰান্তৰ মন্দিৰ বিলাক দেখাত দৌল মুৰিয়া (জোঙা), কিন্তু সেই ফালৰ মন্দিৰ বিলাক দেখাত চাৰিকুনীয়া বা ছয় কুনীয়া। ওপৰৰ অংশ বিলাকত অনেক দেৱদেৱতাৰ মূৰ্ত্তিবিলাক ধুনীয়াকৈ শিলৰে খোদিত। তিৰুপতি

মন্দিৰৰ উপাৰ্জনৰে বিশ্ববিদ্যালয়খনো চ'ল হেনো। ইয়াৰ উপৰিও বহুতো উন্নয়নমূলক কামত সেই টকা পইচা বিলাক খৰছ হয়। সন্ধ্যাৰ লগে লগে আমি আকৌ এখন বাছত বহি তিৰুপতি টাউনৰ সোঁ-মাজতে থকা "বিক্ৰম" নামৰ হোটেলখন পাই ৰাতিটোৰ কাৰণে তাতে বিশ্ৰাম ললোঁহক।

## মাদুৰাই

পিচদিনা তিৰুপতিৰ পৰা পুৱা ৬ বজাতে "মাদুৰাই" অভিমুখে বাছযোগেই যাত্ৰা আৰম্ভ কৰিলো। সন্ধ্যাৰ লগে লগে মাদুৰাই চহৰত সোমালো। প্ৰথমতে ভাল লাগিল পৰিষ্কাৰ পৰিচ্ছন্নতা দেখি। আমি তিনিও বাচৰ পৰা নামিয়েই "শান্তিলজ" নামৰ হোটেলখনত সোমাই পৰিলো। পিচদিনা পুৱা গা-পা ধুই শান্তি-লজতে আশ্ৰয় লোৱা এহাল বুঢা-বুঢ়ীৰ লগত মিনাক্ষা দেৱীৰ মন্দিৰ দৰ্শন কৰিবলৈ ওলালো। আমি খোজ কাটিয়েই এই মন্দিৰলৈ বাট ললো। হমান ধুনীয়া মন্দিৰটো দেখিয়েই মন প্ৰাণ জুৰ পৰি গল। গোটেই মন্দিৰটোৰ গাত নানান দেৱ দেৱতাৰ মূৰ্তিবিলাক খোদিত। মন্দিৰটো সোমায়েই দেখিবলৈ পালো এটা প্ৰকাণ্ড দতাল হাতীক ধুনীয়াকৈ তেল সেন্দুৰ সানি এজন মানুহে তাৰ তত্বাবধান কৰি আছে। প্ৰত্যেক যাত্ৰীয়েই গণপতি জ্ঞান কৰি হাতীটোক প্ৰণাম জনায়। মন্দিৰৰ ভিতৰত অলেখ দেৱ-দেৱতাৰ মূৰ্তি। ইয়াত মহাদেৱে লিঙ্গ ৰূপ ধাৰণ কৰি "সোম সুন্দৰ" নাম লৈ বিৰাজ কৰিছে। তেওঁৰ ওচৰতে দেৱী "মিনাক্ষী"। আমি প্ৰায় ৩০ ফুট মান আঁতৰৰ পৰা হে গোসানী দৰ্শন কৰিলো। সোণৰ অলঙ্কাৰে বিভূষিত কাৰণে কোনো দৰ্শনাৰ্থী ওচৰ চাপিব নোৱাৰে। দেৱী মিনাক্ষাৰ কপালৰ ফোট আৰু কাণৰ কুণ্ডল জোৰ হীৰাৰে নিৰ্মিত। হীৰাৰ উজ্বল পোহৰত যেন বিজুলী চাকিহে জ্বলি আছে এনে অনুমান হয়। এটা চিল মোহৰ মৰা বাকচত আমি পাঁচ টকা ৰূপ সুমুৱাই দি

শেষৰ বাৰৰ কাৰণে গোসাঁনীৰ চৰণ চিন্তা কৰি বাহিৰলৈ ওলাই আহিলো। এক' বজাৰ লগে লগে আমি এখন টেক্সী ভাৰা কৰি গোটেই মাদুৰাই চহৰখন চাবৰ কাৰণে ঠিক কৰি ললো। কম সময়ৰ ভিতৰতে হলেও টেক্সী চালকজনে, আমাক মনসা দেৱীৰ মন্দিৰ, গণেশ মন্দিৰ, বিষ্ণু মন্দিৰ দৰ্শন কৰোৱালে। নগৰখনৰ চাফ চিকুণতা আৰু পৰিস্কাৰ পৰিচ্ছন্নতা দেখি বৰ ভাল লাগিল। বজাৰ, কাছাৰী আৰু কেইখনমান ডাঙৰ ডাঙৰ হস্পিটেলো আমাক দেখুৱালে। সন্ধ্যা সময়ত পুনৰ শান্তি লজলৈ গ'লো। পিচদিনা পুৱা কন্যাকুমাৰীলৈ যোৱাৰ সিদ্ধান্ত কৰিলো।

## কন্যাকুমাৰী

৭ নবেম্বৰৰ দিনা গা-পা ধুই কন্যাকুমাৰী অভিমুখে এখন বাছত উঠি বহি ললো। সাত বজাৰ লগে লগে আমাৰ বাছ এৰিলে। ৰাস্তাৰ দুয়ো কাষে তেঁতেলী টেঙাৰ গছ। আতৰত শাৰী শাৰী নাৰিকল, তাল আৰু খেজুৰৰ গছবিলাক। গোটেই দিনটোত গাওঁ ভুই আৰু নানান খেতি পথাৰৰ সৌন্দৰ্য্য আমাৰ চকুত পৰিল। সন্ধ্যা হোৱাৰ কিছু পাচত আমি ত্ৰিচিনাপল্লিত উপস্থিত হলোগৈ। ৰাতি হোৱাৰ কাৰণে বিজুলী চাকিৰ তিৰবিৰনীহে আমাৰ চকুত পৰিল। গাড়ীৰ কণ্ডাক্টৰজনে আমাৰ সকলোকে শুনাই দিলে যে তেওঁলোকৰ গাড়ী তাত আধা ঘণ্টা ৰাখিব। সকলোৱে ইয়াতেই চাহ ভাত যাৰ যেনে অভিৰুচি খাই বৈ লব পাৰে। ৰাতি বাটত আৰু খোৱা বোৱাৰ কোনো সুবিধা নাই। তেওঁৰ পৰামৰ্শ মতে আমিও এখন পুৰি-তৰকাৰি দোকানত সোমাই ভালকৈ খাই বৈ ললো। আমি কন্যাকুমাৰী পাওঁতে শেষ নিশা চাৰে তিনি বাজিল। বাছৰ পৰা নমাৰ পাছতে পণ্ডিচেৰী নামৰ হোটেলৰ লৰা এটাই আমাক তেওঁলোকৰ হোটেলখনলৈ লৈ গলহি। ইয়াত দেখিছো সকলো সময়তে হোটেল বিলাক খোলাই থাকে। হোটেলখনত আমাৰ নাম

আদি ভৰ্ত্তি কৰাৰ পাচতেই আমাৰ তিনিওজনকেই একো গিলাচ কফি খাবলৈ দিলে। আমাক সাগৰৰ সন্মুখৰ অতি আহল বহল কম এটা দিলে। দুই মহলীয়াৰ ওপৰত সাগৰৰ সন্মুখত কোঠালীটো পাই মোৰ সহধৰ্ম্মিনীয়ে মাত লগালে—আমি কিন্তু ইয়াত কেইবা দিনো থাকিম দেই। অলপ জিৰণি লোৱাৰ পাছতেই ৰাতি পুৱাল। আমি থকা হোটেলখনৰ নিচেই কাষতেই কন্যাকুমাৰী দেবীৰ মন্দিৰ। অতি পুৰাৰে মতা মানুহবিলাকে একবস্ত্ৰ হৈ মন্দিৰ প্ৰৱেশ কৰিছে। তিৰোতা মানুহৰ ক্ষেত্ৰত কিন্তু এনে নিয়ম নাই। আমি ৬ বজাত স্নান কৰি কামিজ আদি খুলি তিনিওজনে মন্দিৰ প্ৰবেশ কৰিলো। সোমায়েই দেখা পালো তিনিজন মানুহে গোসাঁনীৰ গাৰ পৰা সোণৰ গহনাবিলাক খুলি থৈ সোণৰ তিনিটা কলহৰে গোসানীৰ গাত পানী ঢালিছে। স্নানৰ সময়ত নানাবিধ বাদ্য বাজি উঠিছে। যাত্ৰীবিলাক বিগ্ৰহৰ ওচৰ চপাৰ কোনো উপায় নাই। বিশেষ ব্যৱস্থাৰে সন্মুখত লোৰ ৰেলিং দিয়া আছে। দাক্ষিণাত্যৰ মত মন্দিৰবিলাক ইটোতকৈ সিটো চৰা। কন্যাকুমাৰীৰ হাতৰ মালাধাৰ শিৱক পতি বৰণ কৰিবলৈ লোৱা অৱস্থাতে আজিও হাতে আছে। এই কাহিনী পুৰাণ আদিত সকলো তন্ন তন্নকৈ দিয়া আছে। থূলমূল কাহিনী এনে ধৰণেই হয়। ত্ৰেতা যুগত বাণাসুৰ নিধনৰ কাৰণে দেৱতাসকলে দেৱাদিদেৱ মহাদেৱক আৰাধনা কৰিছিল। অসুৰ নিধনৰ কাৰণে মহাদেৱ শিৱই এক দিপলিপ স্বয়ম্ভু কন্যাৰ আৱিৰ্ভাৱ ঘটালে। কন্যা স্বৰূপ মহাশক্তিয়েই সেই বাণাসুৰক নিধন কৰে। অসুৰ নিধনৰ পাছতেই কন্যাই মহাদেৱক পতি ৰূপে পাবলৈ আগ্ৰহ কৰিলে। মহাদেৱেও মাত্ৰ মুখেৰে তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰি অষ্টম দিনত বিয়া হব বুলি দিন ধাৰ্য্য কৰিলে। ইকালে দেৱতাসকলে মিলি পূৰ্ণোদ্যমে বিয়াৰ আয়োজন কৰিলে। কিন্তু মহৰ্ষি নাৰদে লগ্নৰ সময়ৰ আগতেই কুকুৰাৰ মাত দিলে। লগ্নৰ সময় পাৰ হোৱা বুলি শিৱই মিছা অজুহাত দেখুৱাই বিয়া পাতিবলৈ মান্তি নহল। যিহেতু

কন্যাকুমাৰী শিৱৰ মানস কন্যাহে। বিবাহৰ সকলো দ্ৰব্য বালুকাময়ত পৰিণত হ'ল। কন্যাকুমাৰী সদায় কন্যা হৈয়েই ৰ'ল। ভাৰতৰ দক্ষিণ প্ৰান্তৰ কুমাৰীকা অন্তৰীপত আজিও কন্যাকুমাৰীয়ে সেই মালাধাৰ হাতত লৈ প্ৰস্তৰ মূৰ্তি ধাৰণ কৰি আছে। আমি পুৱা গধূলি প্ৰায় মন্দিৰলৈ যাওঁ। সন্ধ্যাৰ আৰতি চাই বৰ আনন্দ লাগে। পিছদিনা পুৱা মন্দিৰ দৰ্শন কৰি আমি তিনিজন এখন লাঞ্চত উঠি "বিবেকানন্দ ৰক" চাবলৈ ওলালো। সাগৰৰ পৃষ্ঠৰ পৰা ১৬০০ শ ফুট ওখ সাগৰৰ মাজৰ পাঁচ একৰ মাটিৰ এই দ্বীপটো। স্বামী বিবেকানন্দই তিনিদিন তিনি ৰাতি ইয়াৰ শ্ৰীপদৰ ওচৰত নিৰ্বাণ মুক্তিৰ কাৰণে গোসানীক ধ্যান কৰিছিল। এই স্থানৰ নাম পূৰ্বে শ্ৰীপদ আছিল। এই স্থানৰ পূব কোণে ৰামকৃষ্ণ মঠৰ আৰ্হিত আৰু পশ্চিম বঙ্গৰ বেলুৰ মঠৰ আৰ্হিত সজা ৬২ ফুট ওখ মন্দিৰ সাজি উলিওৱা হৈছে। এই মন্দিৰৰ ভিতৰতে এতিয়া স্বামী বিবেকানন্দৰ ব্ৰঞ্জৰ মূৰ্তি স্থাপন কৰা হৈছে। ইয়াত ভাৰতৰে বহুত গ্ৰন্থ আলোচনী আদি পঢ়িবলৈ এটা লাইব্ৰেৰীও আছে। সাগৰৰ মাজৰ এই পাঁচ একৰ মাটিৰ শিলৰ ওপৰে ওপৰে ঘূৰি বৰ আমোদ অনুভৱ কৰিব পাৰি। কন্যাকুমাৰী স্থানটোৱেই ত্ৰি সংগম। ভাৰত মহাসাগৰ, আৰব সাগৰ একে ঠাইতে মিলিত হৈছে। এই সঙ্গম স্থানতে ১৯৪৮ চনৰ ফেব্ৰুৱাৰীৰ দিনা জাতিৰ পিতা মহাত্মা গান্ধীৰ চিতা ভস্ম বিসৰ্জন কৰা হৈছিল। সাগৰৰ কাষতেই মহাত্মাজীৰ স্মৃতি স্তম্ভটো তৈয়াৰ হৈছে। প্ৰথম মহলাটো মন্দিৰ আকাৰত দ্বিতীয় মহলাটো মছজিদ আৰু গীৰ্জাৰ আকাৰত ১৯৫৬ চনত তৈয়াৰ কৰিছিল। এই সঙ্গম স্থানতেই আমি এদিন স্নান কৰিলো। সাগৰৰ মাজৰ ধাৰা প্ৰণালীটোও বেচ মনোগ্ৰাহী। আমি বিচনাৰ পৰাই মহাসাগৰৰ এই দৃশ্য বিলাক উপভোগ কৰিবলৈ পাইছিলো। আমি থকাৰ ওচৰতেই আন এখন আশ্ৰমত কিছুমান লেবেলা কুকুৰ দেখিবলৈ পাইছিলো। তাত মাত্ৰ এগৰাকী বুঢ়ী মানুহ থাকে কুকুৰ বিলাকৰ ৰখীয়া হিচাবে। তেওঁ তেনে "মাদ্ৰাজী" কাৰো লগত কথা বতৰা নহয়। কেতি-

য়াবা কুকুৰ জাক লৈ বাহিৰলৈ ওলাই আহে। মানুহবিলাকে কুকুৰ জাকক ভাত কটি আদি খোৱা বস্তু দিয়ে। বুঢ়ীয়ে কেতিয়াবা তেনে আহাৰ দিয়া মানুহক মূৰত ধৰি আশীৰ্বাদ দিয়ে। চাৰিদিন কন্যা-কুমাৰীত ঘূৰি পকি কটালো। পঞ্চম দিনা সন্ধ্যা পৰত আমি কন্যা-কুমাৰী এৰি ভাৰত মহাসাগৰৰ দাঁতিত অৱস্থিত ৰামেশ্বৰমলৈ যাত্ৰা আৰম্ভ কৰিলো।

## ৰামেশ্বৰম্

দহ ঘণ্টা সময় বাচৰ ভিতৰতে কটাই পিছদিনা চাৰি বজাত আমাক মান্দাপামত নমাই দিলে। কন্যাকুমাৰীৰ পৰা মান্দাপামৰ দূৰত্ব আছিল ১৯৭ কিঃ মিঃ। বাচৰ পৰা নামিয়েই কেইখোজমান গৈ আমি “ৰামনাথ পুৰাম” ৰেলষ্টেচনত ৰামেশ্বৰমলৈ যোৱা টিকট কিনিখন কাটি লৈ ৰেলত বহিলো। প্ৰায় চল্লিচ কিলমিটাৰ পথ ৰেলগাড়ী যাত্ৰিত ৰামেশ্বৰমলৈ যোৱাৰ কোনো স্থল পথ নাই। এই গোটেই পথ বালি আৰু পানীময়। কত শতবাৰ ৰেলগাড়ীত ভ্ৰমণ কৰিছো কিন্তু ৰামনাথ -পুৰামৰ পৰা ৰামেশ্বৰমলৈ এই পথ ছোৱাৰ ভ্ৰমণৰ আমোদ জীৱনত পাহৰিব নোৱাৰিম। ৰেলখন চলে বেচ্ মন্থৰ গতিত। আধাআধি আগে পোৱাৰ পাচত আমি প্ৰায় দুই কিলমিটাৰ মান দীঘল সেতু পালো। এই সেতুখনৰ তলেদিয়েই ভাৰত মহাসাগৰৰ এচোপা এভোপা পানী ওলাই আহি আৰু এটা অজান মূৰে পৰিছেগৈ। পানীৰ গভীৰতা একেবাৰেই কম। পানীৰ তলত অসংখ্য সৰু বৰ শিল। তাৰ ওপৰতে খুটাপুতি ৰেল গাড়ীখন চলাবৰ কাৰণে চাপৰকৈ দলংখন নিৰ্মাণ কৰা হৈছে। মধ্যভাগৰ কিছু অংশ দ কাৰণে দলংখনৰ দুয়ো কাষে ৰেলিং দিয়া। দলংখন পাৰ হৈ আকৌ ৰেলখন পৃথিবীৰ ওপৰে চলিবলৈ লাগিল। অন্য যাত্ৰীক সোধ-পোচ কৰাত জানিব পাৰিলো এইবিলাক হেনো তাহানি সীতাদেৱীৰ উদ্ধাৰৰ কাৰণে ভালুক, বান্দৰে নিৰ্মাণ কৰা শিলৰ সেতু বন্ধনৰ স্মৃতি চিহ্ন। দলং

পাৰ হোৱাৰ পাছতেই দেখিবলৈ পালো শাৰী শাৰী খেজুৰ, নাৰিকল আৰু তাল গছ। সন্ধ্যাৰ কিছু পাছতেই আমি সেই ক্ষুদ্ৰ চহৰ ৰামেশ্বৰমত পদাৰ্পণ কৰিলো। তাৰ পৰাই আমাক তুখন বিক্সাই কঢ়িয়াই নি "চাঙ্গানা" নামৰ সৰু হোটেলখনত সুমুৱাই দিলেগৈ। বেছ পৰিপাটি চাফা হোটেলখন। দাক্ষিণাত্য ভ্ৰমণ কৰি এনে সস্তা হোটেল ক'তো পোৱা নাছিলো। সন্ধ্যা এজন ব্ৰাহ্মণ পাণ্ডাই আমাক দেখা কৰাত তেওঁৰ লগত বহুত কথা-বতৰা হ'লো। ৰামেশ্বৰমৰ সকলো ইতিবৃত্ত তেওঁ আমাক কলে। পিছদিনা খুব প্ৰাতঃ কালতে উঠি তিনিও ভাৰত মহাসাগৰৰ বুকুৰ পৰা সূৰ্য্য উদয় হোৱা দৃশ্যটো চালো। সেইদিনা তিথিটো আছিল পূৰ্ণিমা। পাণ্ডাজনৰ পৰামৰ্শক্ৰমে মই মোৰ পিতৃ-মাতৃ আৰু পূৰ্বপুৰুষসকলৰ উদ্দেশ্যে সাগৰত স্নান তৰ্পণ আৰু অলপ পিণ্ড দান কৰিলো। পাণ্ডাজনৰ লগত মই মোৰ পৰিবাৰ আৰু মাজু ল'ৰা দিগন্ত আটাইকেইজনে ৰামেশ্বৰ শিৱ মন্দিৰ দৰ্শন কৰিলোহঁক। এই মন্দিৰৰ ভিতৰত নি শিৱলিঙ্গ বিদ্যমান সেয়েই "ৰামলিঙ্গ"। সন্মুখত ১৭ ফুট ওখ নন্দী (ষাঁড়)। ইমান ওখ নন্দী ভাৰতৰ অন্য শিৱস্থানত নাই। দাক্ষিণাত্যত ৰামলিঙ্গৰ সন্মুখত এই নন্দী নিৰ্মাণ কৰাইছিল মাদুৰাইৰ ৰজা "চিন্না উদয়ন সেতু পতিকাট্টা"ই। ই চূণ-চুৰ্কিৰে নিৰ্মিত। লঙ্কাৰ ৰজা ৰাৱণক বধ কৰাৰ পাছত ৰামচন্দ্ৰ ব্ৰহ্মাৰ কাষ চাপি ব্ৰহ্ম বধৰ বাবে প্ৰায়শ্চিত্তৰ ব্যৱস্থা খুজিলে। ব্ৰহ্মাই কৈলাশৰ পৰা শিৱলিঙ্গ আনি ৰামেশ্বৰমত স্থাপন কৰি আৰাধনা কৰিবলৈ আদেশ দিলে। এই কথা শুনিয়েই বায়ু তনয় হনুমান কৈলাশ পালেগৈ। নিৰ্দিষ্ট সময়ত হনুমান আহি নোপোৱাত সীতাদেৱীয়ে মৃন্ময় শিৱলিঙ্গ সজাই পূজা আৰম্ভ কৰিছিল। পিছত কৈলাশৰ পৰা শিৱলিঙ্গ আহি পোৱাত মৃন্ময় লিঙ্গৰ কাষতে এই শিৱলিঙ্গ স্থাপন কৰে। এয়েই ৰামলিঙ্গ বা ৰামেশ্বৰম। ওচৰতে থকা ৰামেশ্বৰী দেৱী মন্দিৰো দৰ্শন কৰিলো। ভাৰতৰ ভিতৰৰ একাৱন্ন মহা-

পীঠৰ ভিতৰত ইয়ো অন্যতম। ৰামেশ্বৰমৰ পৰা ধনুস্কোডি ২৫ কিলো-মিটাৰ নিলগত। এই স্থান ৰামেশ্বৰমৰ পৰা পূব দক্ষিণ দিশত। এই স্থানৰ পৰাই ৰাম লক্ষ্মণ লঙ্কা দ্বীপলৈ পাৰ হৈছিল। এই স্থানো এক মহাতীৰ্থ। আগতে বহুত দৰ্শনাৰ্থীয়ে এই পবিত্ৰ স্থান দৰ্শন কৰিছিল। কিন্তু ১৯৬৪ চনত মহাসাগৰৰ উত্তাল জোৱাৰে পথ আদি নিশ্চিহ্ন কৰি পেলালে। সীতা উদ্ধাৰৰ পাছত শ্ৰীৰামচন্দ্ৰই তেওঁৰ হাতৰ ধনুৰে এই সেতু ভাঙি থৈ আহিছিল কাৰণেই সেই স্থানৰ নাম "ধনুস্কোডি"। শ্ৰীলঙ্কালৈ অহা-যোৱা কৰা জাহাজ ইয়াৰ পৰাই চলিছিল। আজি কালি কিন্তু কেৰালাৰ ত্ৰিবান্দ্ৰমৰ পৰাহে আহ-যাহ কৰে। ৰামেশ্বৰমত আমাৰ দুদিন হে থকা হল। আমি আকৌ ৰেলখনত উঠিয়েই মান্দাপাম পালোহি। প্ৰায ৭ বজাত খা-খবৰ লৈ গম পালো যে মাদ্ৰাজলৈ যোৱা বাছ তাৰ পৰাই এৰিব। আমি বাছ ষ্টেচনলৈ গৈ ৫ বজাৰ লগে লগে মাদ্ৰাজলৈ যোৱা এখন ডিলাক্স বাছত বহি পৰিলোহঁক। ৩০ ঘণ্টা কাল বাছত বহি আমাৰ গৰ আমনি লাগিছিল। আমি মাদ্ৰাজ পাই এদিন ট্ৰেভেলাৰচ লজ নামৰ লজখনতে আশ্ৰয় ললো। পিছদিনা দিনৰ ভাগত "মূৰ মাৰ্কেট" নামৰ বজাৰখনত ঘূৰি কেইপদমান বস্তু ঘৰলৈ কিনি-কুটিও ললো। হোটেলৰ মেনেজাৰজনৰ সহায়ত ওপৰঞ্চি ষাঠি টকা দি ৰঙ্গিয়ালৈ তিনিখন ৰিজাৰ্ভেচন টিকট সংগ্ৰহ কৰি সন্ধ্যা সময়ত ৰেলত বহি ঘৰমুৱা হলো।

## কাশ্মীৰ

ভাৰতবৰ্ষৰ বহু অংশ ভ্ৰমণ শেষ কৰি এইবাৰ ভূ-স্বৰ্গ কাশ্মীৰ ভ্ৰমণৰ পৰিকল্পনা কৰিলো। ১৯৮০ চনৰ ৭ নৱেম্বৰ তাৰিখে যাবা কাৰণে প্ৰথম দিল্লীলৈকে ৰেলত ৰিজাৰ্ভেচন টিকট তিনিটা কৰি পেলালো। নৱেম্বৰ মাহত কাশ্মীৰলৈ ওলোৱা মানে ঠাণ্ডাৰ লগত যুঁজ কৰিবলৈ ওলোৱাৰ নিচিনা। কিন্তু আমাৰ উদ্দেশ্য হল ঘূৰি

আহোতে গোটেই জম্মু আৰু কাশ্মীৰখনো ঘূৰি পকি চাই অহা। ৭ নৱেম্বৰৰ দিনা মই, মোৰ পৰিবাৰ আৰু আমাৰ কনিষ্ঠ পুত্ৰ তিনিও গুৱাহাটীৰ পৰা তিনিচুকীয়া মেইলত উঠি ললো। যথা সময়ত দিল্লী পাই পাহাৰগঞ্জত থকা মোৰ চিনাকি হোটেল "চান ৰাইজ"ত উঠিলোগৈ। তিনিদিন দিল্লীত থকাৰ পাছত ১১ নৱেম্বৰৰ দিনা পুৱাৰ ভাগতে হোটেলৰে এজেণ্ট এজনৰ সহায়ত উপকৰ্ণাকৈ কিছু টকা দি ৰাতিৰ বেলত শুব পৰাকৈ তিনিখন টিকট কৰালো "জম্মু টাৱাই"লৈ। দুৰাতি বেলত গৈ জম্মুত বেলৰ পৰা নামি দুঘণ্টামান বিশ্ৰাম কৰিলো। পুৱা ৭ বজাৰ লগে লগে এখন ডিলাক্স বাছত আমি বহি পৰিলো শ্ৰীনগৰ অভিমুখে। জম্মু টাউনখন বাছৰ ভিতৰৰ পৰাইহে চোৱা হল। গাড়ী কিছুদূৰ যোৱাৰ পাছতেই পাহাৰৰ ভিতৰত সোমাই পৰিল। সন্ধ্যা লগাৰ আগমুহূৰ্তলৈকে পাহাৰ পৰ্বত, জুৰি, নিজৰাবিলাক চাই চাযেই ভোক পিয়াহ ভাগৰ পাহৰি গৈলোহঁক। বহুত ঠাইত পাহাৰৰ মাজে মাজে মিলিটাৰী কেম্পবোৰ দেখিবলৈ পাইছিলো। সন্ধ্যাৰ পাছতেই বন্ধ খিৰিকিৰ মাজত গাড়ীৰ ভিতৰত জ্বলি উঠিছিল নীলা লাইট। বৰফ আৰু ঠাণ্ডাৰ প্ৰকোপত বাহিৰলৈ মূৰ উলিয়াই একো চোৱাৰ সাধ্য আমাৰ নাছিল। ৰাতি ৮ বজাত আমাক এডোখৰ ধুনীয়া চহৰ যেন ঠাইত নমাই দিলে বাছৰ সকলোবিলাক যাত্ৰীকে। ঠাই ডোখৰৰ নাম মনত নাই যদিও বৰ উন্নত স্থান ডোখৰ। তাতেহে কিছুমান মানুহে চাহ ভাত খাই ললে। আমিও অলপ ইফালে সিফালে ফুৰি জা জলপান খাই ললোহঁক। পুনৰ শীঘ্ৰে গতিত আমাৰ বাছ চলিবলৈ আৰম্ভ কৰিলে। ৰাতি চাৰে বাৰ বজাৰ লগে লগে আমি কাশ্মীৰৰ ৰাজধানী শ্ৰীনগৰত উপস্থিত হলো। ফেৰফেৰীয়া বতাহ, হাড় কঁপোৱা ঠাণ্ডা আৰু অন্ধকাৰ নিশা। তেতিয়া সময় ৰাতি চাৰে বাৰ। বাছখনৰ পৰা নামিয়েই কলৈ যাওঁ কি কৰো লাগিল। মই নামিয়েই ইফাল সিফাল কৰোতেই মোৰ পৰিবাৰে মাত দিলে "আহক

এইযা হোটেলৰ মানুহ আহিছেই।" লগে লগে কেইবাজনো উপস্থিত হৈ বোলে আমাৰ চিকৰা। (৯৯)নম্বৰ ইমান, ভাবা ইমান, সি বোলে আমাৰ ভাৰা ইমান ইত্যাদি। পথম গিজন লৰাই আমাৰ মাল পত্ৰখিনি দাঙি ললেহি তেওঁৰ পাছে পাছে আমি ৯৯ নম্বৰৰ নাওৰ ওপৰত থকা সৰু হোটেলখনলৈ তেওঁৰ পিছে পিছে বাট ললো। "দাল" লেকৰ ওপৰত নাওত ৰাতি থকা পথম অভিজ্ঞতা। নাওখনৰ এটা তিনিখন বিছনাযুক্ত কোঠালীত আমাক সুমুৱাই দিলেগৈ। খন্তেক পাছত আমাৰ ওচৰত থিয় হ'লহি এজন ৮০ বছৰমান বয়সৰ অতি স্বাস্থ্যবান ৰঙা বগা বঢ়া মানুহ। জানিব পাৰিলো আমাক নাও লৈ মালে পত্ৰই লৈ গোৱা লৰাজনৰ বাপেক। বঢ়া মানুহজনে আমাক স্বাগত সম্ভাষণ জনালে। কেইটুকুৰামান খৰি আনি আমাৰ ওচৰত হাত সেকিবলৈ এটা চুলা (চৌকা) জ্বলাই দিলে। বুঢ়াৰ ঘৰ বাৰা আমাৰ কাষতে থকা এখন সৰু নাওত—তাৰ পৰাই তেওঁলোকে তেওঁলোকৰ ভাৰা নাওত থকা আলহীক সোধ পোচ কৰে। সেইদিনা আমি চাহ একো-গিলাচ খায়েই ৰাতিটো কটালো। অতি প্ৰাতঃঃযতে মই উঠি হ্ৰদৰ নলা পানীৰ মাজে মাজে টাউনলৈ অহা সৰু বৰ নাওবিলাক দেখিবলৈ পাইছিলো। বেছিভাগ নাওতেই আপেল আৰু নানা প্ৰকাৰৰ শাক-পাচলি। পুৱাৰ এই দশ্যাৱলী বৰ্ণনাতীত। মনতে ভাবিলো এই সাগৰ সদৃশ হ্ৰদটোত যদি এপাক ফুৰিবলৈ পালোহেঁতেন। আমি তিনিও পুৱা হাত মুখ ধুই একোগিলাচ হৰলিক্স খোৱাৰ পাছতেই আগদিনা আমাক ৰাতি মটৰ ষ্টেণ্ডৰ পৰা আগবঢ়াই অনা ল'ৰাজন আহি পাই নানান কথা বতৰা হ'ল। মাজতে তেওঁ আমাক ক'লে যে এই সময়টো কাশ্মীৰত অহাৰ সময় নহয়। খুব ঠাণ্ডাৰ কাৰণে। লগতে আমাৰ কাশ্মীৰলৈ কেইদিন থকা হব তাকো জানিবলৈ বিচাৰিলে। আমি শ্ৰীনগৰত মাত্ৰ চাৰিদিন থকা হব বুলি কলো। আমাৰ নাওত থকা কম ভাৰা বাবদ দিনে এশ টকাকৈ দিব লগা হ'ল। হ্ৰদৰ ওপৰত অসংখ্য সৰু বৰ নাওৰ ওপৰত হোটেল। এইবিলাক সমান্তৰালভাবে পাৰত বন্ধা

অৱস্থাত থাকে। আমি থকা নাওখনৰ ওচৰতেই এখন প্ৰকাণ্ড নাওৰ হোটেল, কিযে জাক জমককৈ সজোৱা। ইয়াত ভাৰতৰ বাহিৰৰ পৰা অহা অতি ধন৷ মানুহবিলাক থাকেহি। ইয়াৰ ভাৰা একোটা ৰূমত দৈনিক এক হাজাৰ টকালৈকে হয়। দাল লেকত ভ্ৰমণৰ কাৰণে বিছুনাপত্ৰৰে সজ্জিত বহুত নাও আহি আমাৰ কাষে কাষে ঘূৰিলেহি। সক লৰাই এখন নাও চল্লিচ টকাত চাৰিঘণ্টামানৰ কাৰণে বন্দবস্ত কৰিয়েই পেলালে। আমাক গোটেই হ্ৰদৰ চাৰিওফালে ঘূৰাই ফুৰাই অনাৰ চুক্তিত। নাওখনৰ ভিতৰত হেলনীয়া চমৎকাৰ বহাৰ ব্যৱস্থা। আমি গা পা ধুই ওচৰতে থকা কেন্টিন এখনত চাহ মিঠাই অলপ খাই লৈ ঠিক ৯ বজাৰ সময়ত আমাৰ ভাৰা কৰা চিকৰা খনত উঠি পৰিলো। হ্ৰদৰ চাৰিও ফালৰ পানীৰ ওপৰত থকা হোটেল বিলাক দেখি আমাৰ মন প্ৰাণ আনন্দত উৎফুল্লিত হ'ল। এখন অতি বিতোপন হোটেলত গেস্থিয়া নাচ গান হৈ আছিল তেতিয়া ৰগৰ কৰিয়েই মোৰ পৰিবাৰে কৈছিল "আমি এনেকুৱা এখনত হে ঠাই লব লাগিছিল।" আমাক ফুৰাবলৈ লৈ যোৱা লৰাজনে কথাটো বুজিপাই হিন্দিতে কৈছিল, নহয়। ইয়াত আপোনালোকে নোৱাৰিব। সাধাৰণতে ইয়াত বিদেশী পৰ্য্যটক হে থাকে। এই চিকৰাৰ ভাৰা দৈনিক ৰূমভাৰা হাজাৰ বা পোন্ধৰ শ টকামান হয়। হ্ৰদৰ ওপৰৰ নাও বিলাকত কিযে ধুনীয়া মনোমোহা ফুলনি আদি তৈয়াৰ কৰি সজাইছে—তাক বৰ্ণনা দিয়াই টান। প্ৰায় ডেৰঘণ্টা সময় ঘূৰাই আমাক হ্ৰদৰ কাষতে থকা মোগল গাৰ্ডেনত নমাই দিলে। ইয়াৰ ভিতৰতে কেইবাখনো চাহৰ দোকান। তিনিও খুব ঠাণ্ডাৰ কাৰণে একোগিলাচ কফি খাই ললো। আকৌ আমাক নাওত তুলি ললে এদৰা নীলা পদুমৰ মাজে মাজে। সেই ঠাই ডোখৰ মাত্ৰ চাৰিফুটমানহে দ হব হ্ৰদৰ মাজতে কেইবাটাও চিনেমা চুটিং লোৱা ঘৰ। সেই ঘৰবিলাকৰ পৰা পানীত বুৰমৰা জপিওৱা আদিৰ ছবিবোৰ লোৱা হয়। প্ৰায় চাৰে এঘাৰমান বজাত আমাক হ্ৰদৰ পশ্চিমফালে অৱস্থিত নেহৰু

পার্কত নমাই দিলে গৈ। কিমান যে দেশী বিদেশী পর্যটক ইয়াত লগ পালো অন্ত নাই। বহুতৰ হাতে হাতে কেমেৰা। এগৰাকী মাৰ্কিন যুৱতীয়ে আমি অসমীয়া বুলি কোৱাত এদৰা ফুলনীৰ মাজত আমাৰ তিনিওকো ঠিয় কৰি লৈ এখন ফটো তুলি ললে। আমি নিজৰ কাৰণেও এটা ফটোৰ ৰিল কিনি এজন ফটোগ্ৰাফাৰৰ দ্বাৰাই কেইবাখনো ফটো তুলি ললোহক। ঘূৰি আহোঁতে পানীৰ মাজতে আমি দুটকা দি এক কিল' উৎকৃষ্ট মানৰ আপেল কিনি খাই আনন্দ মনে নিৰান্নব্বৈ নম্বৰৰ চিকৰালৈ উভতিলো। মোৰ পৰিবাৰে প্ৰবল ইচ্ছা প্ৰকাশ কৰাত আমাৰ নাৱৰীয়াজনে তেওঁৰ নাওৰ পৰাই লেকৰ দাঁতিতে থকা উলৰ ফেক্টৰী এটাত সুমুৱালে। পৰিবাৰে কম মূল্যত পাই চাৰিওজনী বোৱাৰীলৈ চাৰিখন উলৰ স্বাল কিনিয়েই পেলালে। দিল্লী-কলিকতা আদি বজাৰতকৈ কাশ্মীৰত উলৰ কাপোৰ বেছ সস্তা।

দ্বিতীয় দিনা আমি শ্ৰীনগৰৰ পৰা চল্লিশ কিলমিটাৰ দূৰত অৱস্থিত "পাহাল গাম" নামৰ সৌন্দৰ্য্যপূৰ্ণ সৰু চহৰখন চোৱাৰ মানস কৰিলো। পুৱাতে উঠি নাওখনৰ মালিকে যোগান ধৰা গৰম পানীৰেই গা-পা ধুই সাত বজাত লগে লগে বে-চৰকাৰী বাছখনো পালোগৈ। "পাহাল গাম"লৈ যোৱা বাছ এখনত অন্য যাত্ৰীৰে সৈতে আমিও উঠি পৰিলো। কাশ্মীৰ উপত্যকাখন গোটেই সমতল ভূমি। শ্ৰীনগৰ টাউনৰ পৰা এই চল্লিশ মাইল বাট বাছত যাওঁতে কোনো পাহাৰ পোৱা নাই। চাৰিও ফালে খেতি বাৰি গাওঁভূই। বাটত বহুতো আপেলৰ বাগিছা দেখা পালো। আখৰোট বৰবাদাম আদি গছো যথেষ্ট। ঝীলাম নদীখন কাশ্মীৰৰ ঘাই নদী। এই নদীখন দাল হ্ৰদৰ পৰাই ওলাইছে। মাজভাগতে আমাক এডোখৰ উন্নত স্থানত চাহ খাবলৈ সকলোকে নমালে। ওচৰতে পাহাৰৰ মাজত এটা সৰু পুখুৰী দেখা পালো। সেই পুখুৰীত অসংখ্য সৰুবৰ মাছ। শিলৰ মাজৰ পুখুৰীটোৰ ৰং বিৰঙৰ মাছবিলাক চাই আমি বেচ আমোদ কৰিলো। ঠাইটুকুৰাৰ নামটো হলে মনত নপৰিল।

"পাহাল গাম" পোৱাৰ কিছু আগতে গাড়ীৰ কণ্ডাক্টৰে আমাৰ সকলোকে শুনালে যে আপোনালোকে "পাহালগাম ফুৰিবলৈ ঘোঁৰা ভাৰা কৰিব পাৰিব। যি কেইডোখৰ ঠাইত ফুৰিব লাগে তেওঁলোকে নিজেই দেখুৱাব। মাত্ৰ বিশ টকাকৈ ঘোঁৰাৰ ভাৰা দিব লাগিব। শুনিয়েই মোৰ পৰিবাৰে উচপ খাই উঠিল। আৰু কলে যে আপোনালোক দুজনে ঘোঁৰাত উঠি কি চায় চাব মোক হলে ঘোঁৰাত নুঠাব। গাড়ীখন "পাহালগাম" পোৱাৰ লগে লগে অসংখ্য ঘোঁৰাৰ মালিক ওচৰ চাপি আমাক আহক আহককৈ হেচামাৰি ধৰিলে। সৰু ল'ৰা প্ৰশান্তই মঠ মন্দিৰ বিলাক চাবৰ কাৰণে তিনিটা ঘোঁৰা ঠিক কৰিয়েই পেলালে। কোনোদিন ঘোঁৰাত উঠি নোপোৱাৰ কাৰণে মোৰ পৰিবাৰে সচাকৈয়ে বৰ অসুবিধাত পৰি হতাশ হৈ বকাবকি আৰম্ভ কৰিছিল। ঘোঁৰাৰ লেকাম ধৰিবলৈ যোৱা মানুহ কেইজনে প্ৰথম বাৰতে আমাৰ তিনিওকো এখন অতি মনোৰম ফুলনিৰ মাজলৈ লৈ গ'ল। অতি আহল বহল বিতোপন ফুলনিৰ মাজতে এটা আৰু বিতোপন ঘৰ। ঘোঁৰাৰ পৰা তিনিও নামি ফুলনিখনত এপাক ঘূৰি ঘৰটোৰ কাষত ৰলো। এই ঘৰটোৱেই "ববা" চিনেমাৰ চুটিং লোৱা ঘৰ। ঘৰটোৰ ভিতৰ সোমাই দেখা পালো অতি ধুনীয়া পৰিপাটী কোঠালী কেইটা। কেইবাখনো ধুনীয়া পালেঙত বগলী পাখীৰ দৰে বগা বিছনা চাদৰ, গাৰু আদি পাৰি থোৱা আছে। ববা চিনেমাখন কৰিবৰ কাৰণে এই ঘৰটো সজা আৰু সজোৱাত দহলাখ টকা খৰছ কৰিছিল। যি সকলে এই চিনেমাখন চাইছে তেওঁলোকে অৱশ্যে কল্পনা কৰিব পাৰিব। আধা ঘণ্টামান ঘূৰিপকি মানুহবিলাক আকৌ ঘোঁৰাত উঠিল। পাহাৰৰ ওপৰত থকা দুৰ্গা মন্দিৰ আৰু বৌদ্ধ মন্দিৰ দুটা চাবলৈ। মোৰ লৰাও বাকী সকলৰ লগত পাহাৰৰ ওপৰলৈ যাবৰ কাৰণে ঘোঁৰাত উঠিল। মোৰ পৰিবাৰে কিন্তু ঘোঁৰাত উঠি আৰু পাহাৰৰ ওপৰলৈ যোৱাৰ ইচ্ছা নকৰাত দুয়ো পুনঃ সেই দুই কিলমিটাৰ পথ ঘূৰি আহি "পাহালগাম বজাৰ

এলেকা পালোহি। প্ৰশান্ত ভূষণ্টীমান পাচত অন্য মানুহ বিলাকৰ লগত ঘূৰি আহিল। মঠ, মন্দিৰ আদি আৰু পাহাৰৰ নিজৰা আদিৰ দৃশ্যাৱলী তেওঁৰ মুখৰ পৰাই শুনিলো। আমি আকৌ চাৰেতিনি বজাত শ্ৰীনগৰলৈ ঘূৰা বাছত উঠি সন্ধ্যা দাললেকত ওপঙি থকা আমাৰ নাওখনত সোমালোহি। অত্যন্ত ঠাণ্ডাৰ কাৰণে সন্ধ্যা বাহিৰলৈ ওলোৱা নহয়।

তেজপুৰ নিবাসী পাৰ্বতী নগৰৰ শ্ৰীকালিকান্ত মিশ্ৰ মোৰ এজন বন্ধু। তেখেতৰ খুলশালী ছোৱালী শ্ৰীমতী অম্বিকা দেবী সৰুৰে পৰা তেখেতৰ ঘৰতে থাকি গৌৰীমাতা প্ৰাইমাৰী স্কুলত পঢ়িছিল। শ্ৰীমতী অম্বিকাৰ পিতৃ বিয়োগ হোৱাত তেখেতৰ ঘৰতে থাকি অলপ লিখা-পঢ়া কৰিছিল। শেষত ছোৱালীজনী বিয়া দিয়াৰ ভাৰো শ্ৰীযুত মিশ্ৰদেৱেই লব লগা হল। শ্ৰীমান জহৰলাল টিক্কু এজন সংবংশজাত কাশ্মীৰী ব্ৰাহ্মণৰ ল'ৰা। আজি কৰি বছৰমান আগতে শোণিতপুৰ জিলাৰ মিছামাৰীত মিলিটাৰী বিভাগত চাকৰি কৰিছিল। টিক্কুৱে বিচাৰিছিল এজনী অসমীয়া ব্ৰাহ্মণ কন্যা। সম্পূৰ্ণ বৈদিক প্ৰথাৰে ১৯৬৯ চনৰ মাঘ মাহত শ্ৰীমান টিক্কুৰ লগত অম্বিকাৰ বিয়া হৈ গল শোণিতপুৰ পাচা বিদ্যালয়ৰ অধ্যক্ষ ৰাষ্ট্ৰপতিৰ পুৰস্কাৰপ্ৰাপ্ত শ্ৰীযুত মহেন্দ্ৰনাথ শাস্ত্ৰীদেৱৰ পৌৰোহিত্যত।

শ্ৰীনগৰৰ পৰা ৩০ কিলোমিটাৰ নিলগত পুৱালামা গাঁওখন। শ্ৰীমতী অম্বিকাৰ ঘৰখন এই গাঁৱতেই। আমি খা-খবৰ কৰি পিছ-দিনা পুৱা শ্ৰীনগৰৰ পৰা কিবা-বাছ মটৰ যায় নেকি অনুসন্ধান কৰিবৰ কাৰণে বাছ ষ্টেশুত হাজিৰ হলো। পিছত বাছ ষ্টেশুত সেই গাঁওলৈকে যোৱা এজন মানুহ লগ পালো। খন্তেক পাছতে তেওঁৰ লগতে পুৱালামা গাঁৱৰ কালে যোৱা বাছ এখনত তিনিও বহি পৰিলো। শ্ৰীমান টিক্কুৰ ঘৰৰ ওচৰতে আমাক নমাই দিয়াৰ প্ৰতি-শ্ৰুতি পাই মনত বৰ ৰং পালো। প্ৰায় ১১ বজাৰ লগে লগে আমি পুৱালামা গাঁওখন পালোগৈ। গোটেই পথছোৱা সমতল ভূমিৰ

মাজেৰেই আমি অগ্ৰসৰ হৈছিলো। কিছুমান বাম-বাকৰি মাটিত এবিধ হালধীয়া ফুলৰ খেতি দেখিবলৈ পাইছিলো। দেখাত অতি চাপৰ সৰিয়হৰ ফুল যেন অনুমান হৈছিল। এইবিলাকৰ নাম ইংৰাজীত চেফৰন ( Safron ) বুলি কয়। ইয়াৰ পৰা এবিধ সুগন্ধি "আতৰ" তৈয়াৰ হয়। টিক্কুৰ ঘৰখন আলিৰ দাঁতিতে। আমাৰ পথ-বন্ধুৰ সহায়ত নামি পৰিলো তেওঁৰ ঘৰৰ সম্মুখতে। ধুনীয়া দুই মহলীয়া ঘৰটো। আমি ঘৰলৈ সোমোৱাৰ লগে লগে আমাৰ ল'ৰাৰ মাকক চিনিয়েই পেলালে। লগে লগে বৰমা কৰপৰা ওলালহি বুলি সাবটি মাৰি ধৰিলেহি। অপাৰ আনন্দ তাইৰ। ল'ৰা-ছোৱালী হালে আমাৰ মুখলৈ চাই থাকিল, কাৰণ কাশ্মীৰী ভাষাৰ বাদে অন্য একো নাজানে সিহঁতে। আমাৰ তিনিওকে ওপৰ মহলালৈ উঠাই নিলে চিৰিয়েদি। তেওঁলোকৰ চকী, মূঢ়া, টেবুল আদি তেনে আচবাব ঘৰত নাই। সুন্দৰ এখন গাদী। বেছ আহল বহল আমাৰ ইয়াৰ মাৰোৱাৰীসকলৰ দৰেই। আমাৰ তিনিওকো বহুৱাই সম্মুখত এখন অইলক্লথ পাৰি চাহ আৰু বিস্কুট আদি খাবলৈ দিলে। তেতিয়া সময় এঘাৰ বাজিছে। শ্ৰীমান টিক্কু ঘৰত নাছিল। তেওঁ চাকৰি কৰে যদিও সেইদিনা থন্তেক বাহিৰলৈ ওলাই গৈছিল। প্ৰায় আধা ঘণ্টামান পাছতেই তেও আহি ঘৰ পালেহি। শ্ৰীমতী অম্বিকাই আমি লৈ যোৱা শ্ৰীযুত মিশ্ৰৰ চিঠিখন তেওঁক দিলে। চিঠি পঢ়িয়েই আমি ঠাণ্ডা পাইছো বুলি অনুমান কৰি আমাৰ তিনিওজনকে ভৰিবিলাক উলৰ কাপোৰ দি ঢাক দিলে। খন্তেক বহি আমি তেওঁৰ ঘৰ-দুৱাৰ আৰু খেতি-বাতি চালো। গাঁৱৰ ভিতৰত ঘৰখন যদিও বেছ পৰিপাটি। দুপৰীয়া ভাতপানী খুৱালে বেছ আদৰেৰে কিছুসময় জিৰণি লৈ নির্জন বাট ইমুৰৰ পৰা সিমুৰলৈ ঘূৰি আহিলোঁহক। তেওঁলোকৰ ধান খেতি চপায় প্ৰচুৰ পৰিমাণে। বাদাম, আক্ৰোট আদি গুকান খেতি চপাইছে। আপেল বাদাম আদি গাঁওবিলাকত যথেষ্ট পোৱা যায়। আমি সেইদিনাই

৪ বজাত শ্ৰীনগৰলৈ উভতিম বোলাত কিছু বাদাম আৰু আখৰোট ভালকৈ বান্ধি দিলে। মানুহবিলাকে ভেড়াৰ মাংস পৰ্য্যাপ্ত পৰিমাণে খায়। আমি নানান কথোপকথনৰ মাজেদি সময়খিনি পাৰ কৰি চাৰে চাৰি বজাৰ বাছখনত উঠি শ্ৰীনগৰ অভিমুখে যাত্ৰা কৰিলো। চতুৰ্থদিনা শ্ৰীনগৰ টাউনখনতে পুৱা ৭ বজাৰ পৰাই ঘূৰিলো। সন্ধ্যা ৬ বজাত কিছু বজাৰ কৰি লৈ ঝীলাম নদীৰ ওপৰৰ কাঠৰ দলং-খনতে বহি তাৰ সৌন্দৰ্য্য উপভোগ কৰিলো। দলংখনৰ দুয়ো পাৰে ডাঙৰ বজাৰ বহে। ইয়াতেই ভূস্বৰ্গ কাশ্মীৰ ভ্ৰমণ শেষ হল। কাশ্মীৰত থকা খোৱা অন্য ঠাইৰ তুলনাত ব্যয় বাহুল্য। আমি ১৪ নৱেম্বৰৰ দিনা পুৱা সকলো লেঠা মাৰি পুনঃ জম্মুলৈ বুলি বাছত উঠিলো। দিনৰ ভিতৰতে কাশ্মীৰ এৰি পাহাৰৰ সৌন্দৰ্য্য আৰু ৰাস্তাৰ দাতিৰ পাহাৰৰ মাজত থকা মিলিটাৰী কেম্পবোৰ দেখি মনত বৰ ভাল লাগিল। অসংখ্য জান-জুৰি জলপ্ৰপাত ৰাস্তাত দেখিবলৈ পাইছিলো। মাজে মাজে কাশ্মীৰ ত্ৰিবোতাসকলে শ শ ভেড়া ছাগলী চৰোৱা দৃশ্যটোও বেছ আকৰ্ষণীয়। সন্ধ্যা ৯ বজাত আমি আহি জম্মুত উপস্থিত হলোহি।

## চণ্ডীগড

জম্মুৰ পৰা চণ্ডীগড়লৈ ৰেলত যাম বুলিয়েই ভাবিছিলো। মটৰ ষ্টেচনত চণ্ডীগড়লৈ যোৱা বাছ বৈ থকাত এখন ডিলাক্স বাছত তিনিখন টিকট কৰিয়েই পেলালো। চাৰে ন বজাত আমাৰ বাছ চণ্ডীগড়লৈ ৰাওনা হল। অতি প্ৰত্যুষতে আমি জলন্ধৰ টাউন পালো। তাত আধা ঘণ্টাৰ কাৰণে বাছ ৰাখি দিলে। আমি মুখ হাত ধুই অলপ চাহ খাই পুনৰ বাছত বহিলো। জলন্ধৰ টাউনখন বাছৰ ওপৰৰ পৰাই আংশিক চালো। বাটত পাই অহা খেতি বাতি আৰু খেতিয়কৰ কৃষি পদ্ধতিবিলাক দেখি স্তম্ভিত হলো। বোধকৰো তাত প্ৰত্যেক খেতিয়ক গৃহস্থীৰ ঘৰে ঘৰে

এক্কোখন ট্ৰেক্টৰ আছেই। কিছুমান মানুহৰ ঘৰৰ মুখে মুখে সৰু সৰু কাৰখানা। সকলো মানুহেই কামত ব্যস্ত। পাঞ্জাবৰ ৰেল ষ্টেচনবিলাকত প্ৰচুৰ পৰিমাণে ধান, চাউল, ঘেঁহু আদি পাহাৰ সদৃশ হৈ থকা দেখিবলৈ পাইছিলো। দিনৰ ১১ বজাৰ লগে লগে চণ্ডী-গড়ত বাছৰ পৰা নামিলো। ষ্টেচনৰ ওচৰতে "লাভলি" নামৰ হোটেল-খনত সোমাই এৰাতি তাতে থকাৰ ঠিক কৰিলো। গা পা ধুই চাৰি ঘণ্টামান জিৰণি লোৱাৰ পাছতেই সেইদিনাই আবেলি চণ্ডীগড খন ফুৰাৰ কাৰণে এখন টেক্সী ভাৰা কৰি ললোহঁক। অতি সৌন্দৰ্যপূৰ্ণ ,পৰিপাটি ও বেচ পৰিস্কাৰ, ঠিক বাঙ্গালোৰ বা পাটনাৰ নিচিনা আধুনিক চহৰখন। টেক্সীখনৰ সহায়ত আমি "সুকনা হ্ৰদ, চেক্ৰেটাৰীয়েট বিল্ডিং আৰু সুবৃহৎ বং বিৰঙৰ গোলাপ ফুলৰ বাগিছা খন চালো। অনুমান হয় এই বিভিন্ন ৰঙৰ গোলাপ ফুলৰ বাগিছাখন পঞ্চাশ বিঘামান মাটিত হব। বাগিছাৰ মাজে মাজে সুন্দৰ ৰাস্তা আৰু গেট। ভিতৰৰ সেই ৰাস্তাবিলাকত কোনো যান-বাহন সোমা-বলৈ দিয়া নহয়। ইয়াৰ ৰক ( rock ) গাৰ্ডেনখন চাবলগীয়া। শিলৰেই কটা বহুতো মূৰ্ত্তি ভাস্কৰ্য্য ইয়াত বিদ্যমান। বজাৰখনৰ ফালেও টেক্সীখনেৰে ঘূৰা হল।

## অমৃতসৰ

পিছদিনা পুৱা গা পা ধুই আমি তিনিও চণ্ডীগড়ৰ পৰা অমৃত-সৰলৈ যোৱা বাছত উঠিলো। আবেলি প্ৰায় চাৰে তিনি বজাত অমৃতসৰ পালোগৈ। তুখন বিক্সাৰ সহায়ত আমি গে মযুৰ নামৰ হোটেলখনত সোমালোগৈ। মজলীয়া বিধৰ বেচ পৰিপাটি পৰিস্কাৰ হোটেলখন। কেইবাজন মাইকী বাছতে ঘূৰি ৰব আমনি লাগিছিল। মোৰ পৰিবাৰ আৰু সৰু লৰা প্ৰশান্তই অমৃতসৰত তিনিদিনমান বেছিকৈ থকাৰ পৰিকল্পনা কৰিলে। ঘূৰি যাওতে দিল্লীত আৰু থকাই নহব বুলি ঠিক কৰিলো। পিছদিনা পুৱা হোটেলৰ আগতে

বৈ থকা এখন অট'ৰিক্সা বন্দবস্ত কৰি শিখসকলৰ ৰিখ্যাত স্বৰ্ণমন্দিৰলৈ যাত্ৰা আৰম্ভ কৰিলো। অট'ৰিক্সা চলোৱা পাঞ্জাৱী ল'ৰাজন ইমান ভদ্ৰ যে তেওঁৰ কথা-বতৰাবিলাকত মুগ্ধ হৈ তেওঁৰ শিক্ষাৰ অৰ্হতা আদি মই নোসোধাকৈ থাকিব নোৱাৰিলো। ল'ৰাজন গ্ৰেজুৱেট ডেকা। ঘৰত হেনো মটৰ চাইকেল, স্কুটাৰ আদিৰ এখন নিজৰ কাৰখানা আছে। সেই কাৰখানাটোত হেনো বহুত পুৰণা মটৰ চাইকেল বিক্ৰী কৰিবৰ কাৰণে নতুন নতুন পাৰ্টচ আদি লগাই ৰং কৰি নতুনলৈ ৰূপান্তৰিত কৰে। তেওঁলোকৰ ঘৰৰ তিনিওজন ভাই-ককায়েকে এইবিলাক কাম একেলগে কৰি মাহে বহুত টকা উপাৰ্জন কৰে। পাঞ্জাবৰ লোকসকলে খেতি-বাতি বা মেকানিকেল কামত অতি অগ্ৰগতি লাভ কৰি গোটেই ভাৰতবৰ্ষৰ ভিতৰতে সুনাম কৰিছে। আমি প্ৰথমতেই তিনিও মন্দিৰৰ দুৱাৰমুখত ঠিয় দিলোগৈ। স্বৰ্ণমন্দিৰৰ প্ৰৱেশ দ্বাৰত দেখা পালো প্ৰত্যেকজন দৰ্শনকাৰীয়েই তেওঁলোকৰ ভৰিৰ জোতা, চেণ্ডেল আদি মন্দিৰৰ গেটত থকা চকিদাৰজনক জমা দিয়ে। আমিও আমাৰ চেণ্ডেল, জোতা গেটত জমা দিলো। যি সকলৰ জেপত মূৰত বান্ধিবলৈ ৰুমাল নাথাকে সিবিলাকক মূৰত বান্ধিবলৈ গেটৰ এজন মানুহে ৰুমাল দিয়ে। মূৰতে স্বৰ্ণমন্দিৰলৈ কোনো মানুহ খালী মূৰে সোমাই যাব নোৱাৰে। দহ পুৰামান মাটিৰ আহল-বহল এটা চতুষ্কুণীয়া পুখুৰী। তাৰ ঠিক মধ্যভাগতে স্বৰ্ণমন্দিৰটো। চাৰিওফালে পকা দেৱালৰ মাজত অতি বিতোপন ৰাস্তা। ভিতৰৰ গোটেই ৰাস্তাবিলাক মাৰবল পাথৰৰ। ৰাস্তাৰ ওপৰত খোজ কাঢ়িবৰ কাৰণে নাৰিকলৰ আঁহুৰ জলিছা পৰা। ভিতৰৰ ৰাস্তাৰ দাতিত চাৰিওফালে আলহী থকা ঘৰবিলাক। আমি পুখুৰীৰ সোমাজতে থকা দীঘলীয়া ৰাস্তাটোৰেদি গৈ মন্দিৰৰ ভিতৰ সোমালোগৈ। সোমায়েই দেখা পালো এখন সোণোৱালী আসনৰ ওপৰত গুৰু নানকৰ এখন ডাঙৰ ফটো অতি বিতোপনভাবে সজোৱা। ইয়াৰ উত্তৰফালে সুকোমল দলিচাত বহি শ শ ভক্তবৃন্দই

অনেক প্ৰকাৰৰ বাদ্যযন্ত্ৰ বজাই ভজন কীৰ্ত্তন কৰি আছে। ইয়াৰ সৌন্দৰ্য্য উপভোগ কৰি তবধ মানিলোঁ। এই সোণৰ মন্দিৰৰ আশে পাশে ফুৰি প্ৰায় এঘণ্টা সময় কটাই দিলোঁ। মন্দিৰৰ ভিতৰত লোহাৰ আলমাৰীৰ ফুটাইদি মানুহবিলাকে নম্বৰ নোটলৈকে সুমুওৱা দেখা পাইছিলোঁ। আমিও লাহেকৈ এখন দহ টকাৰ নোট সেই ফুটাইদি সুমুৱাই দি বাহিৰলৈ ওলোৱা বাটটোইদি ঘূৰিলোঁহক। আমি ওলাই আহি বাহিৰৰ গেট পোৱাৰ লগে লগে এজন মানুহে আমাক তিনিওজনকে কিছু কিছু অতি সুস্বাদু হালোৱা হাতে হাতে দি গল। সেই প্ৰসাদকণ খাই বৰ তৃপ্তি পালোঁ। এইবাৰ অট'ৰিক্সা চালকজনে পাঞ্জাবৰ হিন্দুসকলৰ দুৰ্গা মন্দিৰ দেখুৱাবলৈ লৈ গল। পুখুৰীৰ মাজত ঠিক স্বৰ্ণমন্দিৰৰ পদ্ধতিৰেই এই দুৰ্গা মন্দিৰ স্থাপিত। পুখুৰীৰ সোঁমাজতে মন্দিৰৰ ভিতৰত ভগৱতীৰ দশভূজা মূৰ্ত্তি বিদ্যমান। মন্দিৰৰ চাৰিওফালে ৰাস্তাইদি ঘূৰোঁতে এজন তান্ত্ৰিক ব্ৰাহ্মণক লগ পালোঁ। তেওঁৰ লগত প্ৰায় আধা ঘণ্টা ধৰি তান্ত্ৰিক পূজা পদ্ধতিৰ বিষয়ে আলোচনা হলে। তেওঁৱেই আমাক দুৰ্গাদেবীক দৰ্শন কৰোৱাই সেন্দুৰ নিৰ্মালী দি অলপ মিঠাই প্ৰসাদ খাবলৈ দিলে। আমি মন্দিৰৰ পৰা ওলাই অহাৰ পাছতেই অট'ৰিক্সা চালকজনে আমাক বুৰঞ্জী প্ৰসিদ্ধ জালিয়ানৱালাবাগ দেখুৱাবলৈ লৈ গল। ইয়াতেই প্ৰথম বাৰৰ কাৰণে ১৯১৯ চনৰ ১০ এপ্ৰিলত অমৃতসৰত সামৰিক আইন জাৰি কৰা হয়। শান্তি ৰক্ষাৰ ভাৰ অৰ্পণ কৰিছিল জেনেৰেল ডায়াৰৰ হাতত। প্ৰত্যেক বছৰে ১৩ এপ্ৰিলৰ দিনটোতেই নৱবৰ্ষৰ উৎসৱ পালন কৰা হয়। জালিয়ানৱালাবাগৰ এই মুকলি পথাৰখনত। সেই দিনটোত শান্তি কমিটি আৰু উৎসৱ আদি হৈ থাকোঁতেই অতৰ্কিতভাৱে ব্ৰিগেডিয়াৰ মিঃ ডায়াৰে পুৰুষ-মহিলা, ল'ৰা-ছোৱালীৰ ওপৰত গেট বন্ধ কৰি লৈ মেচিনগান বজুৱাই হাজাৰ-বিজাৰ মানুহক হত্যা কৰাইছিল। জালিয়ানৱালাবাগৰ চাৰিওফালে ওখ পকা বেৰ আছে। মাজত এখন ফুলৰ বাগিছা। লগতে এখন প্ৰকাণ্ড মিটিং আদি কৰা

ঘাইঁনি পথাৰ। মানুহ বহিবলৈ যথেষ্ট সুবিধা কৰি দিয়া আছে। পথাৰলৈ ওলোৱা সোমোৱা গেট একেটাই। গেটৰ মুখতে এটা প্ৰকাণ্ড কুঁৱা। বতাহ বৰষুণ হলে আশ্ৰয় লোৱাৰ কাৰণে এটা ডাঙৰ ঘৰো আছে। এই ঘৰটোৰ অংশ বিশেষত কেইখনমান স্থায়ী ফলিত জালিয়ানৱালাবাগ হত্যাকাণ্ডৰ সবিশেষ চমু বুৰঞ্জী ইংৰাজীত লিখা আছে। ১৯১৯ চনৰ ১৩ এপ্ৰিলৰ দিনটোতেই জালীয়ানৱালাবাগৰ হত্যাকাণ্ডৰ বিষয় সকলোৱে জানে। বহু হাজাৰ পুৰুষ মহিলাই ভাৰত মাতাক স্বাধীন কৰিবৰ কাৰণে সমবেত হৈ বৃটিচ সিংহৰ বিৰুদ্ধে মিটিং কৰিবলৈ সেই ঠাইত সকলো ঠিয় হৈছিল। হুকুম অনুযায়ী লগে লগে দুৱাৰমুখত মেচিন গান সাজু হ'ল। বৃটিচৰ সেই সময়ৰ নিষ্ঠুৰ গবৰ্ণৰ জেনেৰেলৰ নিৰ্দেশ ক্ৰমে আকাশ পাতাল ভেদ কৰি গুৰুম গুৰুম শব্দ হ'ল। ১৬০০ জাই গুলি চলালে পঞ্জাবী বাইজৰ ওপৰত। এই বৰ্ব্বৰ হত্যাকাণ্ডত ১০২৮ জন লোকৰ দহ মিনিটৰ ভিতৰতে প্ৰাণ বায়ু ওলাই গৈছিল। আহতৰ সংখ্যা ৩১০০ বা অধিক। পাচত কুঁৱাটোত মৃতদেহ উদ্ধাৰ হৈছিল ৩২ জনৰ। পাঞ্জাবৰ অমৃতসৰ চহৰৰ মাজত এইটো এটা বৃটিচৰ জঘন্য চিৰযুগমীয়া কুকীৰ্ত্তি। পকা দেৱাল বিলাকত গ'ত ৰাইফল আৰু মেচিন গানৰ গুলি বিলাক লাগিছিল সেই ঠাই বিলাকৰ বিন্ধা বিলাক পাচত পিতল দি বন্ধাই থৈ বৃটিচৰ বৰ্ব্বৰ অত্যাচাৰৰ চিন বৰ্ত্তমান পঞ্জাব গৱৰ্ণমেণ্টে চিৰ-যুগমীয়াকৈ ৰাখিছে। আমি আৰু সেইদিনাৰ কাৰণে ফুৰা শেষ কৰি আমাৰ হোটেল" "ময়ুৰলৈ ঘূৰি আহিলো। পিছদিনা পুৱা আমাৰ তিনিওৰো ভিতৰত দুখন বিস্তালৈয়ে বজাৰ এলেকাৰ ফালে ফুৰিবলৈ গলো। কেইবাখনো ষ্টিলৰ বাচনৰ দোকানত সোমাই কেইপদমান বস্তু কিনা হ'ল। দিল্লী কলিকতাৰ তুলনাত ইয়াত ষ্টিলৰ বাচনৰ দাম বেচ্ কম। কিছুমান ঠাই বিস্তাৰেই ঘূৰি পকি চালো।

২০ নবেম্বৰৰ দিনা আমি অমৃতসৰৰ পৰা দিল্লীলৈ বুলি তিনিটা বজাত ৰেলত বহিলো। পিচদিনা পুৱা আঠ বজাত

দিল্লী পাই বেল ষ্টেচনতে গা-পা ধুই দিনটোৰ কাৰণে এজন চিনাকী দৰ্জি বন্ধুৰ কোঠালী এটাত নিজৰ বিচনাখন পাৰি বিশ্ৰাম কৰিলো। তেওঁৰ সহায়তেই কিছু ওপৰঞ্চি টকা খৰচ কৰি তিনিখন সংৰক্ষিত আসনৰ টিকট কিনি ৰাতি দহ বজাত তিনিচুকীয়া মেইলত উঠি গুৱাহাটী পালোহি।

## বদ্ৰীনাথ কেদাৰনাথ

১৯৮১ চনৰ মে মাহৰ প্ৰথম সপ্তাহতেই মই গুৱাহাটীলৈ গৈ ভাৰত চৰকাৰৰ পৰ্যটন বিভাগত খবৰ লৈ গম পালো যে বদ্ৰী-কেদাৰনাথ পথ এই মাহৰ দহ তাৰিখৰ পৰা মুকলি কৰা হব। গৌৰীকুণ্ডৰ পৰা কেদাৰ-নাথলৈ এই পোন্ধৰ কিলমিটাৰ পথ বৰফ টানি আঁতৰ কৰিবলৈ প্ৰায় এমাহমান সময়ৰ প্ৰয়োজন। লগে লগে মন্দিৰৰ বাহিৰ ভিতৰৰ বৰফ খান্দি পেলাবলৈ যথেষ্ট সময়ৰ প্ৰয়োজন হয়। ঘৰলৈ আহি মোৰ পৰিয়ালৰ সৈতে এই বিষয়ে আলাপ আলোচনা হলো। গৰমৰ দিন কেতিয়াও এনেও ভ্ৰমণৰ বাবে কোনোকালে ওলাবৰ ইচ্ছা নকৰে। সচাঁকৈয়ে বেলৰ ফুৰা গৰম দিনত বৰ কষ্টকৰ। কেদাৰ-বদ্ৰীনাথলৈ গৰম দিনত বাদে যোৱাৰ কোনো উপায় নাই। দুয়ো এই বাৰেই যাম বুলি ঠিৰাং কৰিলো। লাহে লাহে কথাটো ইকাণ সিকাণ হ'ল। মোৰ বৰ বোৱাৰীৰ দেউতাক শ্ৰীবল্লভ শৰ্ম্মা, শ্ৰীকালিকান্ত মিশ্ৰ, তেখেতৰ পৰিয়াল আৰু শ্ৰীনৰেশ শৰ্ম্মা এই আটাইকেইজনেই আমাৰ লগত বদ্ৰীনাথ কেদাৰনাথ দৰ্শনৰ কাৰণে যোৱাৰ মানস কৰি মোক জনালেহি। ছজনীয়া দলটো শক্তিশালী হ'ল। এটা শুভ দিন চাই জুন মাহৰ ১৬ তাৰিখটোকে যাত্ৰাৰ দিন ঠিক কৰিলো। হৰিদ্বাৰলৈ শুই বহি যাব পৰাকৈ দখন টিকট কিনিবৰ কাৰণে আগতীয়াকৈ গুৱাহাটীত থকা ভাগিন জোৱাইলৈ টকা পঠালো। ১৬ তাৰিখে চাৰে এঘাৰ বজাত আটাই কেইজন গুৱাহাটীত ৰেলত বহিলো। সন্ধ্যা চাৰে সাত বজাত নতুনবঙাইগাওঁত ব্ৰডগজ ৰেলত উঠি আটাইকেইজনে মহা আনন্দৰে হৰিদ্বাৰ অভিমুখে যাত্ৰা আৰম্ভ কৰিলো। ভ্ৰমণ কালত মই চিন্তা কৰি নতুন

মানুহ কেইজনক কাশী-বিশ্বনাথ দৰ্শন কৰোৱাৰ দায়িত্ব ললোঁ। বৰ্তমান তিনিশ মাইল অতীত হলেই বাটত তিনি দিনলৈকে জিৰণি লব পাৰি। টিকট একেখনেই হয় যদিও ৰিজাৰ্ভেচনটোহে নাথাকে। দুৰাতি যোৱাৰ পাছতে আমি বেনাৰস ষ্টেচনটোত নামি পৰিলো। পুৱা আঠ বজাত ৰেলৰ পৰা নামিয়েই শ্ৰীকৃষ্ণ সেৱাশ্ৰমত উঠিলোগৈ। ইয়াত থকা মেলাৰ বেচ্ সুবিধা। আমাৰ সকলোখিনি সুবিধা থকা আশ্ৰমৰ ভিতৰতে বন্দোবস্তৰ সকলো দিহা কৰিলোহঁক। দুদিন থাকি বিশ্বনাথৰ মন্দিৰ, হিন্দু বিশ্ববিদ্যালয়কে আদি কৰি চাবলগীয়া সকলোখিনি দেখুৱালো। তৃতীয় দিনা আমি পুনঃ ৰেলত উঠি হিন্দুৰ মহাতীৰ্থ হৰিদ্বাৰ পালোগৈ। কালীকমলিৰ আশ্ৰমখন হৰিদ্বাৰ ৰেলষ্টেচনৰ কাষতে। আমি এবাৰ হৰিদ্বাৰ ভ্ৰমণ কৰোতে এই আশ্ৰমত আছিলো। আমাৰ ছজন হোৱাত দুটা কোঠালী পাইছিলো এই আশ্ৰমতে। হৰিদ্বাৰৰ কালীকমলিৰ আশ্ৰমখন বৰ বৃহৎ। পানী-তুলিৰ বেচ্ সুবিধা। ওচৰতে দোকান বজাৰ। হৰিদ্বাৰত যিমান মঠ মন্দিৰ আছে এই সকলোবোৰ মোৰ পৰিচিত। তেওঁলোকক লগ কৰিলে সকলোবোৰ দৰ্শন কৰোৱাত মোৰ কোনো অসুবিধা নহ'ল। নতুনৰ ভিতৰত মাত্ৰ অতি কষ্টকৰ মনসাদেৱীৰ মন্দিৰলৈ উঠা বাটটো। এতিয়া বৰ সুগম হ'ল। এতিয়া আৰু তালৈ যাবৰ কাৰণে ঠিয় পাহাৰটো বগাই বহি বহি ওপৰলৈ উঠিব নালাগে মাত্ৰ তিনি মিনিটতে ইলেক্ট্ৰিক টনা (Rope way) বাকচত বহিলেই মন্দিৰৰ দুৱাৰমুখত ঠিয় হবগৈ পাৰি। মাত্ৰ [illegible] টকা মাচুল প্ৰত্যেক জনাৰে দি আধা ঘণ্টাৰ ভিতৰতে মনসা দেৱীৰ মন্দিৰ দৰ্শন কৰোৱাই ঘূৰি আহিলো। পিচদিনা হৃষিকেশলৈ বাছত উঠিলো। হৃষিকেশ পাই আটাইকেইজনাকে "সপ্তঋষি" আশ্ৰমখন দেখুৱালো। তাৰ পাছতেই লচমনঝুলাৰ ওলোমা দলং খনেদিয়েই পাৰ কৰি নি স্বৰ্গাশ্ৰম পোৱালোগৈ। স্বৰ্গাশ্ৰমৰ গীতা মন্দিৰ তাৰ আশে পাশে থকা গছবননি আৰু মন্দিৰ আদি দেখুৱাই গীতা মন্দিৰৰ কাষেদিয়েই এখন মটৰ লাঞ্চত পাৰ হৈ আমি পুনৰ হৃষিকেশৰ পৰা হৰিদ্বাৰ

মাত্র ১৪ মাইল। সন্ধ্যা সময়ত এখন বাছত বহি আটাইকেইজনেই হৰিদ্বাৰৰ কালীকমলিৰ আশ্ৰমত ৰাতিটোৰ কাৰণে বিশ্ৰাম কৰিলো। সেইদিনাই সন্ধ্যা সময়ত আশ্ৰমতেই উত্তৰ প্ৰদেশৰ শ্ৰীপ্ৰকাশ নাৰায়ণ বাজপেই নামৰ এজন বদ্ৰীনাথৰ পাণ্ডাক লগ পালো। তেখেতৰ পৰাই বদ্ৰীনাথ কেদাৰনাথ উভয় ঠাইৰে সম্ভেদ ললো। তেখেতে দুয়ো ধামৰে দুজন পাণ্ডা লৈ মোৰ হাতত দুখন চিঠিও দিলে। পিছদিনা পুৱা টুৰিষ্ট বাছ অফিচলৈ গৈ খবৰ লোৱা• কেদাৰ বদ্ৰীনাথৰ গাড়ী এক বজাত এৰিব বুলি গম পালো। লগে লগে মই ছজনৰ কাৰণে ৯০০ টকা দি বাছৰ টিকেট কেইখন কিনি পেলালো। সকলো ঠিক ঠাক কৰি আমি এক বজাত গাড়ীত বহি পৰিলো। গাড়ীখন এৰাৰ লগে লগে সকলোৱে একেমুখে গাই উঠিল "বদ্ৰী বিশাল কি জয়, কেদাৰনাথ কি জয়।" আমিও লগে লগে শুভ যাত্ৰা কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় যাত্ৰা আৰম্ভ কৰিলো। প্ৰায় ডেৰ ঘণ্টা পথ যোৱাৰ প্ৰাছত গঙ্গা পাৰ হ'ল। গাড়ীৰ কণ্ডাক্টৰে উচ্চস্বৰে কবলৈ ধৰিলে, আমি এতিয়া পাহাৰৰ ৬০০ ফুট মাত্ৰ ওপৰত উঠিছো। খন্তেক পাছতে আমাৰ গাড়ী "চাকনীধাৰ" পাবগৈ। তাত মাত্ৰ পাঁচ মিনিটমান গাড়ী ৰখোৱা হল। দেখা গ'ল এই ঠাই ডোখৰত বহুতো ঝৰ্ণা ওপৰৰ পৰা বাগৰি আহিছে। ইয়াত পানী দুনি খোৱাৰো বেছ সুবিধা আছে। "চাকনীধাৰাত" আমি আটাইকেইজনেই বাছৰ পৰা নামিলো। হিমালয়ৰ প্ৰথম সৌন্দৰ্য্য গাঢ়োৱাল জিলাৰ গাওঁ ভুইবিলাক চাই বৰ তৃপ্তি লাভ কৰিলো। মোৰ পৰিবাৰে অলকানন্দাৰ ওপৰৰ ওলোমা দলংখনৰ ওপৰেদি এজনী তিৰোতাই কেচুৱা এটা হোৱাৰ ভিতৰত ভৰাই লৈ নদী পাৰ হৈ অহা সকলোকে দেখুৱালে। হিমালয়ৰ কাষে কাষে আমাৰ বাছখন ওপৰলৈ উঠিবলৈ ধৰিলে। পাহাৰ পৰ্বতৰ বিশোভন সৌন্দৰ্য্যৰাশিও নিচেই কাষেদি বৈ যোৱা খৰস্ৰোতা অলকানন্দাৰ ৰূপ দেখি বিভোল হলোহক। ক্ৰমান্বয়ে আমাৰ গাড়ী পাহাৰৰ বুকু ভেদ কৰি ওপৰলৈ উঠিবলৈ ললে। পাচ বজাৰ লগে লগে আমাৰ গাড়ী শ্ৰীনগৰত বলগৈ।

শ্ৰীনগৰ পাহাৰৰ মাজৰে এটুকুৰা আহল বহল ঠাই। ইয়াত কেই-খনমান ধৰমশালা আছে। কিন্তু যাত্ৰীৰ খুব ভীৰ হয়। আমাৰ গাড়ী মাত্ৰ দহ মিনিটমান সময়তে ইয়াত বৈছিল। পুনঃ গাড়ী চলিবলৈ আৰম্ভ কৰিলে হিমালয়ৰ পাদদেশত। কোনো কোনো ঠাইত তললৈ চালে মূৰ ঘূৰাই যায়। সূৰ্য্য অস্ত যোৱাৰ কিছু আগৰ পৰাই গাড়ীৰ লাইট জ্বলিল। ডাঠ কুঁৱলীয়ে যেন আৰু গাড়ী আগবাঢ়িবলৈ নিদিয়ে। ছয় বজাৰ লগে লগে কণ্ডাক্টৰজনে গাড়ীৰ ভিতৰত থিয় হৈ সকলোকে জনাই দিলে যে খন্তেক পিছতে আমাৰ গাড়ী ৰুদ্ৰ প্ৰয়াগ পাবগৈ। সকলো যাত্ৰী যাতে ৰাতিটোৰ কাৰণে থাকিব লাগিব। হোটেল ধৰমশালা আদি বহুত আছে। গাড়ী গৈ ৰুদ্ৰপ্ৰয়াগত ৰলহি। লোকে লোকাৰণ্য। বহুত বাছ আগৰ পৰাই ৰৈ আছেহি। আমি কেইবাখনো ডাঙৰ সৰু হোটেল আৰু ধৰমশালাত খবৰ কৰি থাকিবলৈ কতো স্থান নাপালো। উপায় নাপাই গাড়ীৰ কণ্ডাক্টৰজনকে খাতিৰ কৰি বাছখনৰ ভিতৰতে ৰাতিটো থকাৰ দিহা কৰিলো। এই স্থান ডোখৰত বহুত চাহ পুৰি দোকান আছে। আমি আটাই কেইজনে চাহ পুৰি আদি কিনি আনি গাড়ীৰ ভিতৰতে সুন্দৰকৈ খাই ৰাতিটো নিজৰ কাপোৰ তুলনমানকে পাৰি লৈ বিশ্ৰাম কৰিলোহঁক। ৰাতিপুৱা চাৰিবজাৰ লগে লগে মানুহ বিলাকৰ গা লৰণি নাই। দোকানীবিলাকে যাত্ৰী সকলক চাহ পুৰি খুৱাবলৈ আৰম্ভ কৰিছে। ওচৰতে এটি সুন্দৰ নিজৰা। শ্ৰীযুত শাস্ত্ৰী আৰু মই সেই হাড় কঁপোৱা ঠাণ্ডাকো নৈলি গা ধুই সজীৱ হৈ ললো। চাৰি পাঁচ বজাৰ আগে আগেই আমাৰ লগৰীয়া যাত্ৰীসকল গাড়ীত বহিলহি। চাৰি পাঁচ বজাৰ লগে লগে বদ্ৰীনাথ বাবাৰ জয় দি গাড়ী চলিবলৈ লাগিল। সূৰ্য্যৰ কিৰণত ডাঠ কুঁৱলীৰ মাজে মাজে হিমালয়ৰ দৃশ্য উপভোগ কৰি চকু থিৰ হৈ গৈছিল। সকলো মানুহে হীম গিৰিৰ সৌন্দৰ্য্য উপভোগ কৰাতেই ব্যস্ত। আমাৰ গাড়ীখন কিমান যে ওপৰলৈ উঠিছিল একো ততেই ধৰিব নোৱাৰিলো বাৰ বজাৰ পোন্ধৰ মিনিট আগে কণ্ডাক্টৰজনে সকলোকে উদ্দেশ্য কৰি কলে যে খন্তেক পিছতে আমি গৌৰীকুণ্ডত উপস্থিত হ'মগৈ। সময়

অলপো সুই নকৰি ভাত খোৱা বোৱা কৰি পদব্ৰজে কেদাৰনাথ যাত্ৰা আৰম্ভ কৰিব। লগতে কলে, যি সকল যাত্ৰী খোজকাঢ়ি যাবলৈ অক্ষম, তেওঁলোকে ঘোঁৰা, দাণ্ডী বা কাণ্ডীত যাব পাৰিব। গৌৰী কুণ্ডৰ পৰা কেদাৰনাথ ধাম দহ মাইল। দুৰ্গম ৰাস্তা। হিমালয়ৰ মাজে মাজে। লগতে আমাক আগজাননা দিলে যে কালিলৈ দিনৰ দুই বজাৰ লগে লগে আমাৰ বাছ ইয়াৰ পৰা বদ্ৰীনাথলৈ ঘূৰিব। সকলো যাত্ৰী যেন দুই বজাত প্ৰাপ্তি বাছত বহেহি।

গাড়ীৰ পৰা নামি প্ৰটাইকেইজনে লৰালৰিকৈ গৌৰীকুণ্ডত স্নান কৰিলো। এইখিনিতে গৌৰীকুণ্ডৰ অলপ বৰ্ণনা নিদি নোৱাৰিলো। কুণ্ডটো প্ৰায় তিনিশ ফুটমান দ ঘল বহল এটা গৰম পানীৰ পুখুৰী। তাতে শ শ মানুহে গা ধুই আছে যদিও পাহাৰৰ পৰা ওলাই অহা গৰম পানীখিনিক এফালে কুণ্ডত সোমাই অনাফালে ওলাই অলকানন্দাত পৰিছে। আমি তাতেই স্নান কৰি অলপ গৰম পুৰি তৰকাৰী খাই ললো। একোটাকৈ পানী-কোট আৰু সময়ত খোজ কাঢ়িবলৈ একোডাল লোহাৰ জোং থকা লাখুটিও ভাৰাত ললো। কোনোৱে ঘোঁৰা, কোনোৱে দাণ্ডী, কাণ্ডীলৈ যাত্ৰা আৰম্ভ কৰিলে। ডেকা লৰাবিলাকে খোজ কাঢ়িও অগ্ৰসৰ হ'ল। আমি ছয়জন কাণ্ডীকে প্ৰত্যেকজনক ছেবশকৈ দিম বুলি ভাৰা কৰি ললো। কাণ্ডীয়ে এজন মানুহ হোৱাত তুলি পিঠিত লৈ যায়। কাণ্ডীগল কিন্তু চাৰিজন মানুহে কঢ়িয়াই নিয়ে। একৰকম কেকোৱা দোলাৰ নিচিনা। বৰ আৰামকৈ যাব পাৰি। ৰাস্তাটো বেচ্ ঠেক। মাত্ৰ ৬ ফুটৰ পৰা আঠ ফুটলৈ হব। তলত খৰস্ৰোতা অলকানন্দা। কোনো কোনো ঠাই ৰাস্তাৰ পৰা ইমান তলত যে নদীখনো দেখা নাপায়। আমি কেদাৰনাথ পোৱাৰ আগতে এবাৰ নে দুবাৰহে মাত্ৰ সূৰ্য্য দেৱতাক দেখা পাইছিলো। কিন-কিনিয়া বৰষুণ কেইবাজাকেও আমাক পাইছিল। আমাৰ কাণ্ডীৱালা কেইজন সুঠাম ডেকা মানুহ। তেওঁলোকৰ হাতত একোডাল লোহাৰ জোং থকা লাখুটি। আমাৰ সেই দহ মাইল বাট অতিক্ৰম কৰোতে

পায় পাঁচ ঘণ্টাৰ অধিক সময় লাগিছিল। বাটত বহুত চটি (জিৰণি লোৱা স্থান) আছে। গৰীব দুখীয়া মানুহবিলাকে ৰাতিও সেই চটি বিলাকত আশ্ৰয় লয়। মাজে মাজে আমাৰ কাণ্ডীৱালা কেইজনে আমাক পিঠিৰ পৰা নমাই সেই চটিবিলাকত জিৰণি লয়। সন্ধ্যাৰ লগে লগে আমি কেদাৰনাথ মহাপ্ৰভুৰ স্থান পালোগৈ। গৌৰী-কুণ্ডৰ পৰা কেদাৰনাথলৈ গৈ থকা সময়ছোৱাত এটা কথাই মনলৈ আহিছিল। বিজ্ঞান দিনক দিনে কিমান উন্নতিৰ পথত আগবাঢ়িছে। মানুহ গৈ চন্দ্ৰতো ভৰি দিলে। সেই দিনা হৰি-দ্বাৰৰ মনসা মন্দিৰলৈ যোৱাটো কিমান কষ্টকৰ আছিল। আজি কিন্তু ৰ'প (Rope way) সংযোজনাৰ কাৰণে তালৈ মাত্ৰ তিনি মিনিট সময়ৰ ভিতৰতে যাব পৰা হল। ১৯৬৮ চনত মোৰ জেঠেৰা শ্ৰীশৰৎ শৰ্মাৰ সৈতে মই চাইকেলেৰেই অসম ভ্ৰমণ কৰাৰ কথাও মনলৈ আহে। কেদাৰনাথলৈ প্ৰত্যেক বছৰে হেজাৰ হেজাৰ তীৰ্থ-যাত্ৰী মহাপ্ৰভু শিৱ দৰ্শন কৰিবলৈ আহে। এই বাটছোৱা সুগম কৰি তুলিব নোৱাৰিনে? কেদাৰনাথ ধাম হিমালয়ৰ ১১,৯৬৫ ফুট ওপৰত হেজাৰ হেজাৰ যাত্ৰীৰ সমাগম। কিছুদূৰ আগৰ পৰাই বিজুলী চাকিৰ তিৰবিৰণি দেখা পাইছিলো। তাত এটা অস্থায়ী ডায়নামো দি ৰাতি বিজুলীৰ পোহৰৰ ব্যৱস্থা হয়। আমাৰ ওচৰলৈ কেইবাজনো পাণ্ডা আগবাঢ়ি আহিল। আমাৰ হাতত লৈ যোৱা চিঠিখন আগবঢাই দিয়াত এজনে আমাৰ নিৰ্দিষ্ট পাণ্ডাজনক দেখু-ৱাই দিলে। পাণ্ডাজনে আমাৰ আটাইকেইজনকে তেওঁৰ অস্থায়ী চালীলৈ লৈ গল। আমাৰ কাৰণে বিচনা, লেপ আদিৰ যোগান ধৰিলে। ব্ৰহ্মকুণ্ডৰ গৰম পানীৰে আমাক হাত-মুখ ধুবলৈ দিলে। গৰম জেলেপী আৰু চাহ আদিৰো যোগান ধৰিলে। আমি পাণ্ডা-জনৰ লগত কথা-বতৰা হলো। ৰাতিটো তাত কটাই পুৱা মন্দিৰ আদি দৰ্শন কৰি ৯ বজাৰ লগে লগে গৌৰীকুণ্ডলৈ উভ-তিম বুলি জনালো। পাণ্ডাজনে আমাক বৰ ভাল ধৰণে সেৱা

শুশ্ৰূষা কৰিলে।

বাতি বহুৰ দালি আৰু দুখন শাকৰ ভাজিৰ সৈতে বিছনাৰ কাষতে নিজে লৈ আহি আমাক খুৱালেহি। বৰ তৃপ্তিৰে খাই-বৈ উঠি সৰলো কেইজনৰ ভিতৰত মই নগদ দুশ টকা পাণ্ডাজনৰ হাতত সুমুৱাই দিলো। পূজা পাঠ যি হয় তাৰো ভাৰ তেওঁৰ ওপৰতেই সেই টকাৰেই সমাধা কৰি দিবৰ কাৰণে ভাৰ দিলো। পুৱা ৫ বজাৰ লগে লগে আমাক ব্ৰহ্মকুণ্ডত (গৌৰীকুণ্ডৰ দৰে গৰমপানীৰ উঁহ) স্নান কৰোৱালেগৈ। সেই সময়ত যাত্ৰীৰ ভিৰ কিছু কম থকাত কুণ্ডৰ চাৰিওফালে এপাক ঘূৰিলো। এই ব্ৰহ্মকুণ্ড হিমালয়ৰ বুকু ফালি গৰম জলধাৰা ওলাই আহি কুণ্ডত পৰি অহৰহভাৱে খৰস্ৰোতা অলকানন্দাৰ বুকু জুৰাইছে। লগে লগে প্ৰত্যেকজনেই লৈ যোৱা গৰম কাপোৰ পিন্ধিলে। মোৰ পৰিবাৰে গা ধুয়েই মিশ্ৰৰ পৰিবাৰৰ সৈতে লগ লাগি ওচৰতে থকা এজন সন্ন্যাসীয়ে এডোখৰ চালিৰ তলত কেইডালমান কাঠ জ্বলাই এটা কুণ্ডত তিলাক্ষত ৰুদ্ৰদেৱতাৰ নামত হোম দি থকা দেখি কাষতে বহিলগৈ। আমিও আগ্ৰহেৰে কাষ চাপি গোৱাত আমাৰ প্ৰত্যেকৰ হাতত কেইটামানকৈ তিল, জৱ দি অগ্নিত নিক্ষেপ কৰিবলৈ দিলে। আমি শ্ৰদ্ধাৰে সেই কৰ্ম কৰি হাত কেইখন হোমৰ অগ্নিত সেকি ললো। খন্তেক পিছত টকা দুটা সন্ন্যাসীৰ কাষতে পেলাই বিদায় ললো। আমাৰ লগত যোৱা পাণ্ডাজনে আমাক লৈ কিছু ওপৰলৈ উঠিল। কিছু উঠিয়েই আমি পঞ্চপাণ্ডৱৰ দিনত শিলেৰে নিৰ্মিত মন্দিৰৰ কাষ চাপিলোগৈ। অগণন মানুহ বাহিৰে ভিতৰে। সোণৰ কলসীযুক্ত মন্দিৰৰ ভিতৰত শিৱ আৰু বামে শক্তি। শিৱৰ সন্মুখত শিলেৰেই নিৰ্মিত নন্দী। শিৱ আৰু দুৰ্গা কোনো ৰূপত নাই। মাত্ৰ শিলা দুই খণ্ড। হাজাৰ হাজাৰ যাত্ৰীয়ে হাতত লৈ যোৱা ঘিউ সানি অলকানন্দাৰ জল দি তৃপ্তি লাভ কৰিছে। আমিও ঘৰৰ পৰা হাতত লৈ যোৱা শুকান বেলপাত কেইটামান দুয়োৰো চৰণ

চিন্তা কৰি অৰ্পণ কৰিলোহঁক। এগৰাকী বৃদ্ধাৰ পাত্ৰৰ পৰাই অলপ ঘিউ লৈ প্ৰকাণ্ড শিলাখণ্ডত অকণমানি সানি দিবলৈ সুবিধা পাই-ছিলো। হিমগিৰিৰ ১১ হেজাৰ ফুট ওপৰত অৱস্থিত শিৱ-দুৰ্গাৰ দৰ্শন লভি চিৰশান্তি লাভ কৰিলো। কি যে এটা সৌন্দৰ্য্যপূৰ্ণ পৰিবেশ এৰি কেনেকৈ তললৈ নামিম এয়ে হল চিন্তা। ভাবিলো এয়েই স্বৰ্গ। পাণ্ডাজনে আমাৰ আটাইকেইজনকে অস্থায়ী আশ্ৰম, পুলিচ কেম্প, অস্থায়ী ডাক ঘৰ আদি সকলো দেখুৱালে। লগে লগে আমাক তেওঁৰ চালিৰ তললৈ লৈ আহি গৰম পুৰি-তৰকাৰী আৰু জেলেপী খাবলৈ দিলে। আমি ৮ বজাৰ ভিতৰতে পেট ভৰাই খাই ললো। আগদিনা আমাক ভাৰ বান্ধি লৈ যোৱা গাড়োৱালী কেইজনে আগবাঢ়ি আহি আমাৰ প্ৰত্যেকজনকে আকৌ পাচিত ভৰাই ললেহি। তেওঁলোক ক্ৰমাৎ বৰফত খপি খুপি তললৈ নামিল। ঘূৰাৰ সময়ত আমি মনোমানুহ কেইজনে বৰফৰ মাজে মাজে খোজ কাঢ়িও কিছু ৰাস্তা আহিছিলোহঁক। মাত্ৰ চাৰে তিনি ঘণ্টাৰ ভিতৰতে তেওঁলোকে আমাক নিৰ্দিষ্ট স্থান গৌৰীকুণ্ড পোৱালেহি। আমি ভাৰাত লৈ যোৱা পানীকোট ৬টা আৰু লাঠি কেইডাল দোকানত জমা দিলো। গৌৰীকুণ্ড পাওঁতে পায় ডেৰ বাজিছিল। প্ৰত্যেকজনেই পুৰি চাহ খালোহঁক। খোৱাৰ সম্ভাৰৰ ভিতৰত এই ঠাইবিলাকত জেলেপী আৰু গৰম পুৰি প্ৰচুৰ পৰিমাণে পায়। ১ বজাৰ লগে লগে দেখিবলৈ পালো আমাৰ আগদিনা অহা যাত্ৰীসকল আহি বাচত বহিলহি। আমিও পলম নকৰি নিজৰ আসনত বহিলো। আমাৰ বাছখন এতিয়া অহা বাটেদিয়েই অগ্ৰসৰ হল। সকলোৱে একমুখে ধ্বনি দিলে "জয় বদৰিনাথজী কি জয়"। ৫ বজাৰ লগে লগে আমি আহি শ্ৰীনগৰ পালোহি। ইয়াৰ পৰা এৰেশ মাইল নিলগত ৰুদ্ৰ প্ৰয়াগ। ৰুদ্ৰ প্ৰয়াগ পাওঁতে আমাৰ সন্ধিয়াই লাগি-ছিল। গাড়ীৰ কণ্ডাক্টৰজনে আমাক জনালে যে গাড়ী আৰু আগলৈ নাযায়। ইয়াতেই ৰাতিটোৰ কাৰণে বিশ্ৰাম কৰিব লাগিব।

গাড়ীৰ পৰা নামিয়েই লৰাটপৰাকৈ থকা ঠাই বিচাৰিলো কিন্তু এই-বাৰো মিছা হল, কতো ঠাই নাই। ওচৰতে ঠিয় হৈ থকা মানুহ এজনে টকা দহটা ভাৰা দিলে নতুনকৈ সজা ঘৰৰ কোঠালী এটা দিব পাৰিম বোলাত সম্মতি প্ৰকাশ কৰিলো। তেওঁৰ পিছে পিছে আটাইকেইজনে খোজ ললো। দুৱাৰ খিৰিকী কোঠালীত নাছিল। কোনো ৰকমে নিজৰ কাপোৰ কেইডোখৰমান পাৰি কাঠৰ চাঙতে ৰাতিটো কটাই দিলো। পুৱা সোনকালে শুই উঠি প্ৰাতঃকৃত্য সমা-পন কৰি জুৰিৰ পানীৰেই গা পা ধুই ললো। কিছুসময় ঘূৰি পকি ঠাইখিনি চালো। ৰুদ্ৰপ্ৰয়াগ এখন তীৰ্থস্থান। ইয়াত ৰুদ্ৰনাথ আৰু চামুণ্ডা দেবীৰ মন্দিৰ আছে। এই ৰুদ্ৰপ্ৰয়াগতেই মহৰ্ষি নাৰদ মুনিয়ে ৰুদ্ৰদেৱতাক আৰাধনা কৰি সঙ্গীত শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰি-ছিল। ইয়াৰ মন্দিৰকেইটা চাই লৈ লৰালৰিকৈ আমাৰ বাছত উঠি বদ্ৰীনাথ অভিমুখে যাত্ৰা আৰম্ভ কৰিলো। কিছুদূৰ অগ্ৰসৰ হোৱাৰ পাছতে দেখিবলৈ পালো মন্দাকিনী নৈ ওপৰৰ পৰা বাগৰি আহি অলকানন্দাত লগ লাগি গঙ্গাৰ বুকুৰ মাজলৈ ঢাপলি মেলিছে। কৰ্ণ প্ৰয়াগ ৰুদ্ৰপ্ৰয়াগৰ পৰা কুৰি মাইলমানহে হব। তাত আমাৰ বাছখন অলপ সময়ৰ কাৰণে ৰাখি দিলে। এই ঠাইডোখৰ কিছু উন্নত মানৰ। ইয়াত উমাদেবীৰ মন্দিৰ, লগতে মহাবাহু কৰ্ণৰ মন্দিৰ। এই মন্দিৰত বহিয়েই কৰ্ণই পিতৃদেৱ সূৰ্য্যক আৰাধনা কৰিছিল। গোটেই পথ অটলস্পৰ্শী খৰস্ৰোতা অলকানন্দা, বিপৰীতফালে সুউচ্চ হিমালয়। ঠেক ৰাস্তাৰে আমাৰ গাড়ী ওপৰলৈ উঠি আগবাঢ়িছিল। তললৈ চালে চক জাপ খায়, বুকু কঁপি উঠে। কৰ্ণপ্ৰয়াগৰ পৰা চামেলী কুৰি মাইলমান হব। ইয়াত কিন্তু আমাৰ গাড়ী নাৰা-খিলে। পিপলকুঠি চামেলীৰ পৰা দহ মাইল। পিপলকুঠিৰ পৰা যোশীমঠত গৈ আমাৰ গাড়ী বল। যোশীমঠ জ্যোতিৰ্ময়ৰেই অপ-ভ্ৰংশ। এই মঠ স্বামী শঙ্কৰাচাৰ্য্যই নিৰ্মাণ কৰাইছিল। যোশীমঠত জ্যোতিশ্বৰ মহাদেৱৰ মন্দিৰ, নৰসিংহ, বাসুদেৱ আৰু নব দুৰ্গাৰ মন্দিৰ

আছে। ইয়াতেই সীতা দেৱীৰো এটা মন্দিৰ আছে। যোশীমঠৰ পৰা দহ মাইল গৈ পাণ্ডুকেশ্বৰ পোৱা যায়। পাণ্ডুকেশ্বৰতেই পঞ্চ-পাণ্ডৱৰ জন্ম স্থান। ইয়াৰ পৰা ৮ মাইল নিলগত নন্দন কানন। ইয়াত হেনো পৃথিৱীৰ সকলো ধৰণৰ ফুল আছে। হনুমানচত্তি পাণ্ডুকেশ্বৰৰ পৰা দহ মাইল আগত। ইয়াত বায়ুৰ তনয় হনুমানৰ মন্দিৰ আছে। প্ৰবাদ আছে মহাবীৰ হনুমান এদিন বান্দৰৰ ৰূপত ৰাস্তাত পৰি আছিল। ভীম আহি ৰাস্তাত বান্দৰ পৰি থকা দেখি নেজত ধৰি তুলি দি পাৰ হব চেষ্টা কৰিলে। ভীমে বান্দৰৰ নেজডালো দাঙিব নোৱাৰি বিফল হল। পাছত ভীমে পৰিচয় লৈ গম পালে যে তেওঁৱেই বায়ুপুত্ৰ হনুমান, সংগোৰ অন্বেষণত ঘূৰি ফুৰিছে। ভীমৰো শক্তি পৰীক্ষা হল। ৬ বজাৰ লগে লগে আমি এই প্ৰাকৃতিক দৃশ্যাৱলীৰ মাজে মাজে অগ্ৰসৰ হৈ জগৎ বিখ্যাত হিমালয়ৰ ১২০০০ ফুট উচ্চতাত অৱস্থিত বদৰি নাথ ধামত উপস্থিত হলোগৈ। সকলো যাত্ৰীয়ে জয় বদৰিনাথজী কি জয় দি আকাশ পাতাল মুখৰিত কৰি তুলিলে। মন্দিৰৰ মুখৰ বহল পথাৰখনত আমাৰ বাছখন ৰ'ল। বহুতো বাচ সেই বহল পথাৰখনত আগৰে পৰাই ৰৈ আছিল। আমাৰ বাছখন ৰোৱাৰ লগে লগে এজন পাণ্ডা কাষ চাপি আহিল। বাজপেয়ৰ চিঠিখন উলিয়াই দিয়াত অন্য এজন পাণ্ডা আহি মোৰ হাতৰ পৰা চিঠিখন ললেহি। তেওঁ আমাৰ আটাইকেইজনকে আগবঢ়াই নি অস্থায়ী চালা খনৰ তলত বহুৱালেগৈ। আমি বাছৰ পৰা নামি পাওঁতে বৰফৰ ওপৰেই খোজ কাঢ়িব লগা হৈছিল। কুণ্ডৰ গৰম পানীৰে আমাক হাতমুখ ধুৱলৈ দি অলপ চাহ জলপানৰ যোগান ধৰিলে। মাটিতে পাতি থোৱা কাঠৰ তক্তা কেইখনমানতে আমাৰ বিছনা পাৰি দিলে। তেওঁলোকে তুলি আৰু লেপ আদি বৰ নিম্ন স্তৰৰ। আমাৰ গৰম কাপোৰ প্ৰত্যেকৰে অলপ আছিল। উপায় নাই। গেনে তেনে ৰাতিটো কটাব লগা হৈছিল। সন্ধ্যাৰ লগে লগে আমাক বদ্ৰীনাথৰ আৰতি দেখুৱাবলৈ লৈ গ'ল। বদ্ৰীনাথ নাৰায়ণৰ চতুৰ্ভুজ মূৰ্তি। মন্দিৰটো বৰ ধুনীয়া শিলেৰেই নিৰ্মিত। ওপৰত সোণৰ কলচী। সন্মুখত হিমালয়ৰ জীয়াৰী খৰস্ৰোতা অলকানন্দা।

অলকানন্দা হৰিদ্বাৰত গঙ্গাৰ বুকুত সোমাই পৰিছে। প্ৰায় চাৰেআঠ বজাৰ লগে লগে পাণ্ডাজনে এটা প্ৰেচাৰকুকাৰত ভাত, বহুৰ দালি আৰু অলপ শাকভাজা আমাৰ বিচনাৰ কাষতে দি গ'লহি। ইয়াত থকা খোৱাকে ধৰি পূজা দৰ্শনী আদি সকলো মিলাই পাণ্ডাজনৰ হাতত টকা দুশ দিলো। পুৱা অতি সোনকালে আমাক স্নান দান তৰ্পণ আদি সকলো কৰাই দিবলৈ পাণ্ডাজনক অনুৰোধ কৰি থলো। পুৱা চকু মেলিয়েই হিমালয়ৰ বগা ৰূপটো দেখি বিভোৰ হলোহক। পাণ্ডাজন আহি আমাৰ আটাই কেইজনক তপ্তকুণ্ডত স্নান কৰিবলৈ গ'ল। বদ্ৰীনাথৰ মন্দিৰৰ ভিতৰলৈ সোমোৱা আৰু ওলোৱা বাট বেলেগ বেলেগ। আমি নাৰায়ণৰ চতুৰ্ভুজ মূৰ্তি দৰ্শন কৰিলো। শ শ যাত্ৰী অতি প্ৰাতঃ কালৰে পৰাই দৰ্শন কৰি ওলোৱা সোমোৱা কৰিছে। কেদাৰনাথ বিগ্ৰহৰ দৰে ইয়াত হাত লগোৱা বা নিচেই কাষলৈ যোৱাৰ অধিকাৰ কাৰো নাই। সন্মুখত এজন লোকে অলপ অলপ প্ৰসাদ বিতৰণ কৰে। যাৰ যি অভিৰুচি সেইমতে দান পাত্ৰত টকা পইচা দিব পাৰে। কোনো হাই উৰুমি নাই। বৰ শান্ত পৰিবেশ। মূল পূজাৰীজনক "ৰাওল" বোলে তেওঁক গৃহস্থী ধনৰ পৰা সম্পূৰ্ণ বাহিৰত। পূজাৰীসকল কেৰেলাৰ নাম্বুদ্ৰি ব্ৰাহ্মণ। স্বামী শঙ্কৰাচাৰ্য্যই এই মন্দিৰ প্ৰতিষ্ঠা কৰাৰ পাচৰ পৰাই নাম্বুদ্ৰী বংশৰ ব্ৰাহ্মণ সকলেহে এই মন্দিৰৰ পূজাৰী হবৰ ক্ষমতা পাইছে। অতি প্ৰাতঃসতে পূজাৰীজনক এটা সুকীয়া গৰম পানীৰ কুণ্ডত স্নান কৰোৱাবলৈ লৈ যোৱা হয়। স্নান কৰিবলৈ যাওঁতে আহোতে অন্য এজন পুৰোহিতে এডাল দহ সেৰমান ওজনৰ সোণৰ দণ্ড ধৰি যায়। বদ্ৰীনাথত সপ্ত কুণ্ড। এই কুণ্ড বিলাক সুন্দৰ ভাৱে পাৰ বন্ধোৱা হয় বদ্ৰীনাথৰ মন্দিৰৰ কাষতে লক্ষ্মী দেৱীৰ মন্দিৰ। একাষত ভোগ ঘৰ। ঠিক বাৰ বজাত ভোগ বিতৰণ হয়। আমি হেপাহ পলুৱাই কেইবাপাকো মন্দিৰ প্ৰদক্ষিণ কৰিলো। পাণ্ডাজনৰ নিৰ্দেশক্ৰমে আমি মন্দিৰৰ সন্মুখৰ পৰা এটকা এটকাৰ বাহি ভোগ কিনি ললো। তাৰ পাছতেহে হাতে হাতে ভোগখিনি লৈ অলকা-

নন্দাৰ পাৰত থকা বিশাল শিলাখণ্ডৰ ওচৰ পালোগৈ। সেই স্থানেই ব্ৰহ্মকপালী। ইয়াত পিতৃ-মাতৃ আৰু উৰ্দ্ধ পুৰুষ সকলৰ বাবে পিণ্ড দান কৰিব লাগে। টকা-পইচাৰ ফালৰ পৰা ইয়াত কোনো জুলুম নাই। মাত্ৰ প্ৰত্যেক পিণ্ড দানৰ বাবে দুটকা পঞ্চাশ পইচাকৈ দিয়াৰ নিয়ম। এই পিণ্ড দান কৰি অলকানন্দাত নিক্ষেপ কৰিব লাগে। তাৰ পাছতেই অলকানন্দাৰ জল হাতত লৈ তৰ্পণ কৰায়। এই তৰ্পণ দিয়া কাৰ্য্যটোহে অতি কষ্টকৰ। অলকানন্দাৰ পানী ইমান চেঁচা যে আমাৰ হাতৰ তলুৱা যেন ফুটাহে গ'ল। শ্ৰীযুত বল্লভ শৰ্মাই হাতত পানী লৈযেই মই নোৱাৰো বুলি হাতৰ পান। এৰি দিয়াৰ দৃশ্যটোৱে আমাৰ আটাই কেইজনকে বেছ আমোদ দিছিল। বুকুভৰা আনন্দ লৈ আমি আটাইকেইজনে পুনঃ মহাপ্ৰভু বদ্ৰীনাথক শেষ বাৰৰ কাৰণে দৰ্শন কৰি মহা আনন্দ লাভ কৰিলো। বৰ কষ্ট অনুভৱ কৰিলো যে কেনেকৈ এই ঐশ্বৰ্য্যপূৰ্ণ প্ৰশান্তিময় ঠাইডোখৰ চিৰকালৰ কাৰণে এৰি গুচি যাওঁ। বদ্ৰীনাথৰ পৰা আগলৈ থাকি গ'ল। "বশোধাৰা" বহুত ডেকা মানুহ সাধু-সন্ন্যাসী তালৈ যায়। আৰু পথ বগাব পাৰিলে গঙ্গোত্ৰী আৰু যমুনোত্ৰী পাযগৈ। সেয়া আমাৰ কাৰণে সপোন হৈয়ে ৰ'ল। ইয়াৰ ওপৰত কৈলাশ। শৰীৰত শক্তি থাকিলে, ঘৰ গৃহস্থ ত্যাগ কৰিব পাৰিলে হিমালয়ৰ বুকুত থকা এই তীৰ্থস্থান বিলাক দৰ্শন কৰা একো অসম্ভৱ নহয়। আমাৰ পাণ্ডাজনৰ পৰা তাত থকা বহুত তীৰ্থস্থানৰ নাম শুনিলো। কেইমাইলমান নিলগত আছে "সত্যোপনাথ" (সত্যপথ) নামৰ গুহা। ইয়াৰ ভিতৰত হেনো ব্যাস মুনিয়ে মহাভাৰতখন ৰচনা কৰা মহাতীৰ্থ স্থানখন বিদ্যমান। শেষ বাৰৰ কাৰণে চাৰিওফালে হীমগিৰিৰ এই প্ৰকাণ্ডৰ দৃশ্যাবলী চাই ললো। লগতে বদ্ৰীনাথ মহাপ্ৰভুক সেৱা জনাই চাৰে ন বজাৰ লগে লগে আমাৰ কাৰণে অপেক্ষা কৰি থকা বাছখনৰ নিজ নিজ আসনত বহি পৰিলো। সকলোৱে একেমুখে গালে "জয় বদ্ৰীনাথজী কি জয়। আমাৰ বাছ এৰিলে। হৰিদ্বাৰ অভিমুখে গধূলিৰ লগে লগে আমাৰ বাছ আহি ৰুদ্ৰপ্ৰয়াগত ৰ'লহি। ৰাতিটোৰ কাৰণে আকৌ তাতে ৰব লগা

হ'ল। ৰবৰু আৰু ঘন কুঁৱলীৰ কাৰণে গাড়ী চলোৱা সম্পূৰ্ণ বন্ধ। দুদিন আগতে থাকি যোৱা কোঠালীটোতে আকৌ আমি স্থান ললোঁহঁক। দহ টকা ৰূপ দি বাতি কটাই পিছদিনা পুৱা পাচ বজাতে শুই উঠি নিজৰাৰ পানীৰেই স্নান কৰি ললো। পুৱা ড্ৰাইভাৰজনে গাড়ীখন পৰীক্ষা কৰাত কিছু দেৰি কৰিলে। সাত বজাতহে আমাৰ গাড়ী হৰিদ্বাৰৰ মুখে যাত্ৰা আৰম্ভ হ'ল। দিনৰ দুই বজাৰ লগে লগে আমি লচমনঝুলা পালোহি আৰু তাতেই হিমালয়ৰ মনোৰম দৃশ্য আৰু প্ৰশান্ত পৰিবেশ বিদায়ৰ অন্ত পৰিল। সকলোৱেই জুন মাহত পৰিধান কৰি যোৱা উলৰ গৰম কাপোৰ ত্যাগ কৰিব লগা হ'ল। লচমনঝুলাৰ পৰা মাত্ৰ ওঠৰ মাইল হৰিদ্বাৰ বেছ আহল বহল ৰাস্তা, গৰু, ঘোঁড়াগাড়ী, মটৰ, টেক্সী আদিৰ অশান্ত পৰিবেশ। তিনিটা বজাত আকৌ হৰিদ্বাৰ পাই কালীকমলিৰ আশ্ৰমতে স্বামীজীৰ অনুমতি লৈ দুদিনৰ কাৰণে সোমালোঁহঁক। আমাৰ খোৱা বোৱাৰ সকলো সুবিধা হৈছিল। আমাৰ লগত যোৱা ডেকা শ্ৰীমান নৃপেন শৰ্মাৰ পৰা। পিছদিনা তিনিটা বজাত আমি দুটা দলত বিভক্ত হব লগা হ'ল। মই আৰু পৰিবাৰ দুয়ো লক্ষ্মৌ হৈ ৰেলত উঠি ঘৰমুৱা হলো। বাকী চাৰিজন দিল্লী হৈ কাশ্মীৰলৈ ৰাওনা কৰিলে। তেওঁলোকে আমাৰ দুজনকো কাশ্মীৰলৈ যোৱাৰ কাৰণে বৰকৈ অনুৰোধ কৰিছিল কিন্তু এবছৰৰ আগে আমি কাশ্মীৰ ভ্ৰমণ কৰি অহাৰ কাৰণে গুৰুত্ব দিয়া নহ'ল।

## নেপাল

ভাৰতবৰ্ষৰ প্ৰায় আশী শতাংশ স্থান মোৰ আৰু সহধৰ্মিনীৰ ভ্ৰমণ কৰা হ'ল। এইবাৰ মোৰ ডাঙৰ লৰা কৈলাশ আৰু বোৱাৰী দুয়ো ১৯৮৪ চনৰ ১৩ মাৰ্চ তাৰিখে বহাগৰ বিহুত এমাহৰ চুটী আহি মোৰ লগত ফুৰাৰ সিদ্ধান্ত ললেহি। লৰাৰ বন্ধু ডেকা ব্যৱসায়ী শ্ৰীমান ৰমনী ডেকাৰ লগত কথা-বতৰা হৈ তেওঁৰ এখন আৰাম দায়ক বাছ দৈনিক তেজপুৰৰ পৰা শিলিগুৰিলৈ যোৱাৰ কথাটো

উঠুকিয়ালে। ডাঙৰ বোৱাৰীৰ প্ৰবল ইচ্ছা নেপাললৈ যোৱাৰ। ২০ এপ্ৰিলৰ দিনা মটৰ যোগেই শিলিগুৰিলৈ যোৱাৰ কাৰণে টিকট কিনি পেলালে। ২৩ এপ্ৰিলৰ দিনা আবেলি চাৰি বজাত মোৰ পৰিবাৰ বোৱাৰী আৰু ডাঙৰ লৰা চাৰিও নেপাল যাত্ৰা আগত লৈ শিলিগুৰি অভিমুখে যাত্ৰা কৰিলো। গোটেই ৰাতি বাছত বহি পুৱা ৭ বজাতে শিলিগুৰি পালোহক। দিল্লী নামৰ হোটেল এখনত আমাৰ কাৰণে এটা কোঠালী দিনতে বিশ্ৰাম কৰিবৰ কাৰণে বন্দবস্ত কৰি থোৱা আছিল। পুৱা বাছৰ পৰা নামি তাতে গা-পা ধুই আৰাম কৰি ললো। দিল্লা হোটেলৰ কাষতে নেপাললৈ যোৱা বাছৰ অফিচ। আমাৰ অগ্ৰিম টিকট কৰাই আছিল। গধুলি পাঁচ বজাৰ লগে লগে আমাক এখন জীপ গাড়ীয়ে শিলিগুৰিৰ পৰা "কাকৰ ভিঠা"লৈ সেই ২০ কিলমিটাৰ পথ লৈ গ'ল। কাকৰভিঠাৰ পৰাহে নেপাললৈ যোৱা বাছত উঠিব লগা হয়। কাকৰভিঠাত আমাৰ চুট-কেচ আদি কাম অফিচৰ লোকে তন্ন তন্ন কৰি পৰীক্ষা কৰি চালে। ঠিক ছয় বজাত আমি আমাৰ নিৰ্দ্দিষ্ট বাছৰ নিজৰ নিজৰ স্থানত বহি পৰিলো। বাছত বহাৰ লগে লগেই সন্ধ্যাৰ সমাগম প্ৰায়। পোহৰৰ মাজত যি কণ সময় দেখিলো মাত্ৰ সমতল ভূমি প্ৰায় ত্ৰিশ কিলমিটাৰমান যোৱাৰ পাচত হে পাহাৰৰ মাজেদি গাড়ী উঠিল। পাহাৰত সোমাওঁতে বেচ ঠাণ্ডা অনুভৱ কৰিছিলো। ৰাতিপুৱা প্ৰায় চাৰি ঘণ্টা মান সময় হে আমি নেপাল দেশৰ পৰ্বতমালাৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ পাইছিলো।

পাহাৰৰ সমীপবৰ্ত্তী নামনি অঞ্চল বিলাকত বহুত যেহু গোম-ধানৰ খেতি। গৰু ম'হবিলাক বেচ নিপোটল। ৰাতিপুৱা ৯ বজাত আমি নেপালৰ ৰাজধানী কাঠমাণ্ডুত উপস্থিত হলোগৈ। আমি চাৰিও-জন বাছখনৰ পৰা নামি পৰাৰ লগে লগে এজন টেক্সিচালকে আমাৰ চুটকেচ টালি-টোপোলাখিনি উঠাই দি টাউনৰ সোঁ-মাজতে থকা "মণ্ডপ" নামৰ হোটেলখনত নমাই দিলেগৈ। মাত্ৰ পাঁচ টকাহে

তাৰা দিব লগা হল। তেজপুৰৰ পৰা ছুবাতি বাছত বহি টোপনী খাই হোৱাত গোটেই দিনটো হোটেল "মণ্ডপতে" কটাই দিলো।

বাছত ছুবাতি বহি যোৱাৰ কাৰণে বৰ অস্বস্তি লাগিছিল। পিচদিনা পুৱা গা-পা ধুই নেপালৰ বিখ্যাত "পশুপতিনাথ" মন্দিৰ দৰ্শন কৰিবলৈ ওলালো। সেই সময়ত নেপালত হাৱাপানী বেচ ঠাণ্ডা। আমি থকা ঠাইৰ পৰা পশুপতিনাথ মন্দিৰ মাত্ৰ দুই কিলমিটাৰহে হব। খোজ কাঢ়িয়েই আমি আগবাঢ়িছিলো। এজন লৰাক সোধাত তেওঁলোকো পশুপতিলৈকে যাব বোলাত তেওঁলোকৰ পিছ ললোঁহক। কিছুদূৰ যোৱাৰ পাচতেই সোণৰ চুড়া লগোৱা শিৱৰ মন্দিৰ আমাৰ চকুত পৰিল। মন্দিৰৰ বেৰ খুটা আদিতো সোণৰ পাত মেৰোৱা। মন্দিৰৰ সন্মুখত বিৰাট শিলৰ নন্দী। শিৱলিঙ্গটো তেজপুৰ মহাভৈৰৱৰ নিচিনা ইমান ডাঙৰ নহয়। মন্দিৰৰ চৌহদত অসংখ্য শিৱমন্দিৰ আৰু এইবিলাকৰ সন্মুখত একোটাকৈ বিৰাট কাঁহৰ ঘণ্টা আৰি থোৱা চকুত পৰিল। একেটা ঘণ্টা প্ৰায় এক কুইণ্টলমান ওজন হব। চৌহদৰ ভিতৰত বহুত আলহী ঘৰ। ঘৰৰ কোঠালীবিলাক কিন্তু বৰ চাফা নহয়। মন্দিৰৰ সন্মুখত এজোপা প্ৰকাণ্ড বেল গছ। তাত হাজাৰ হাজাৰ ক'লা ধোঁৱাবৰণীয়া পাৰ চৰাই দিনে ৰাতিয়ে পৰি থাকে। গোটেই গছ জোপাৰ সৌন্দৰ্য্য সিহঁতে ম্লান কৰি পেলাইছে। তীৰ্থযাত্ৰী বিলাকে হাতত লৈ যোৱা যেহু আদি মাটিত চটিয়াই দিয়ে সেই দৃশ্য চাবলৈ বৰ ভাল লাগে। বান্দৰৰ উৎপাতো বৰ কম নহয়। মোৰ পৰিবাৰে বাহিৰৰ পৰা এভাগ নৈবেদ্য কিনি পশুপতিক অৰ্পণ কৰি মন্দিৰৰ পৰা বাহিৰলৈ ওলাই আহোঁতেই এটা মলুৱা বান্দৰ তেওঁৰ পিঠিত বহি আধা প্ৰসাদ থাপ মাৰি লৈ গুচি যোৱা দৃশ্যটো মোৰ বাহিৰে অন্য কোনেও লক্ষ্য কৰিবই নোৱাৰিলে। মন্দিৰৰ চাৰিও ফালে ঘূৰি পকি আমি প্ৰায় দুঘণ্টা সময় কটাই দিলো। নেপালৰ মাজেদি সৰুনদী গণ্ডকী বৈ গৈছে। মন্দিৰত ঘূৰি-পকি ফুৰাৰ পাচতেই আমি এজন মাৰোৱাৰী লৰা লগ পালো। তেওঁৰ লগত

কথা-বতৰা হৈ গোশালাত থকা এখন মাৰোৱাৰী হোটেললৈ গৈ জুপৰীয়া খোৱাৰ ব্যৱস্থা কৰি ললো। সেই দিনটোৰ কাৰণে আৰু ফুৰা নহল। মাত্র চহৰৰ সোঁ-মাজতে থকা ষ্টেডিয়ামখন আৰু অন্য দুখন খেল পথাৰ চালো। এইখিনিতে আমি এটা সমস্যাৰ সন্মুখীন হলো। গো-শালাৰ পৰা ঘূৰি আহোতে এখন টিটি বাছত আহিব লগা হোৱাত ৰাস্তাটো হেৰুৱাই পেলাইছিলো। আমি থকা হোটেল "মণ্ডপ"খন উলিয়াবলৈ বৰ কষ্টকৰ হৈ পৰিছিল।

কাঠমাণ্ডুৰ খেলপথাৰখনৰ পশ্চিম ফালে আমাৰ হোটেলখন থাকিল। আমি কিন্তু পূবৰ ৰাস্তাই ঘূৰি ফুৰি প্রায় এঘণ্টা সময় এনেয়ে কষ্ট খালো। ষ্টেডিয়ামৰ কাষতেই এটা স্তম্ভত চাৰিও ফালে চাৰিটা ঘড়ী। সেই ঘড়ী কেইটা লক্ষ্য কৰি ফুৰোতেই আমাৰ দিকভ্রষ্ট হৈ গৈছিল। পাচত এজন পথিকৰ সহায়ত হোটেল মণ্ডপ খন উলিয়ালোগৈ। হোটেল পাই সেইদিনা আৰু ফুৰা নহল। পিচদিনা পুৱা মই হোটেলৰ মালিকৰ পৰা কাঠমাণ্ডুৰ বাহিৰে ভিতৰে চাব লগা কি আছে সকলো উল্লাদিহ ললো। তেওঁৱেই টেলিফোন কৰি এখন টেক্সি আমাৰ হোটেললৈকে মাতি অনালে। অন্য দুজন ভ্রমণকাৰীৰে সৈতে আমি প্রত্যেক জনেই পোন্ধৰ টকাকৈ ভাৰা আদায় দিয়াৰ প্রতিশ্রুতি দিয়াত গোটেই কাঠমাণ্ডুৰ বাহিৰৰ চাবলগা সকলোখিনি দেখুৱাবলৈ সন্মত হল। আমাৰ যাত্রা আৰম্ভ হল। প্রথমতে আমাক 'বুঢ়া নীলকণ্ঠ" দেখুৱাবলৈ নিলে। চাৰিওফালে গছ বননিৰে আবৃত এই প্রস্তৰ বিষ্ণুৰ মূর্তিখন। এদাল মেৰখাই থকা ডাঙৰ সাপৰ ওপৰত শঙ্খ, চক্র গদা পদ্মধাৰী এই মূৰ্তিখন শয়ন অৱস্থাত মূৰ্তিখনৰ চাৰিওফালে ঝৰণাৰ পানী। প্রায় ২০ ফুটমান দীঘল এই মূৰ্তিখন বিষ্ণুৰ মুখখন অলপ মেল খোৱা। কাৰণ জানিব পালো যে সকলো সময়তে তেওঁ হেনো পৃথিৱীৰ সকলো বিষ প্রাণ কৰি আছে। সভক্তিৰে বহুলোকে এই প্রস্তৰ মূৰ্তিৰ চৰণত মূৰ থৈ গাখীৰ ঘিউ গন্ধ পুষ্প, ধূপ অর্পণ কৰাৰ দৃশ্যটো

বৰ মনোগ্ৰাহী। আমিও চৰণত মূৰ লগাই সেৱা কৰিলো। বুঢ়া নীলকণ্ঠ চাই শেষ হোৱাৰ পাচতেই আমাক ৩০ কিলমিটাৰ নিলগৰ দক্ষিণ কালীৰ মন্দিৰ দেখুৱাবলৈ লৈ গ'ল। এই ৩০ কিলোমিটাৰ পথ আমি বহুত গাঁৱৰ মাজে মাজে গৈছিলো। গাওঁবিলাক বেচ্ উন্নত। প্ৰায় বিলাক ঘৰেই টিং দিয়া আৰু কাঠৰ চাঙৰ। সমতল ঠাইতে পাহাৰৰ দাঁতিয়ে দাঁতিয়ে এই জনবসতি গাওঁবিলাক। দক্ষিণাকালী পাই দেখিলো যে কালী গোসানীৰ ওপৰত কোনো ঘৰ বা মন্দিৰ নাই। গণ্ডকী নদীৰ কাষতে পাহাৰৰ মাজত এখন কালীৰ বিৰাট শিলৰ মূৰ্ত্তি। শিলত খোদিত এই কালী গোসানীক হেনো পূজাৰীয়ে অতি পুৱাতে তান্ত্ৰিক পদ্ধতিত পূজা কৰি গুচি যায। গোটেই দিন যাত্ৰীৰ ভীৰ। আমি চাই থাকোতেই তিনিটামান পাঠাছাগলী এজন ঘাটকৰ দ্বাৰাই চেদন কৰাই কালীমূৰ্তিত ৰক্ত দিয়া দেখা পালো। মুঠতে যাত্ৰী সকলে যাৰ যেনে সংকল্প সেই ভাৱে নিজেই পূজা বলি আদি দিয়ে। ওচৰতে বহুত দোকান। মিঠাই প্ৰসাদ আদি কিনিও মানুহে সভক্তিৰে পূজা দিয়ে। সৰু নদীখনৰ পাৰতে বহি কেইবাজনো ভক্তই চণ্ডীপাঠ কৰাও দেখা পালো। নেপালৰ মানুহবিলাক ঘোৰ শাক্ত। শিৱকো তেওঁলোকে দেৱীৰ লগতে সমানে পূজা অৰ্চনা কৰে। দক্ষিণা কালী দৰ্শন কৰি আমি আকৌ পাহাৰৰ মাজে মাজে ঘূৰি আহিলো কাঠমাণ্ডুলৈ। বাটত গাড়ী ৰখাই পাহাৰৰ দাঁতিত নতুনকৈ তৈয়াৰ হোৱা বিলাতী মাটিৰ কাৰখানাটো আমাক দেখুৱালে। নেপালৰ অধিবাসী সকলৰ লগতে বহু সংখ্যক বিদেশী মানুহ দেখিবলৈ পাইছিলো। কাঠমাণ্ডুৰ দোকান বিলাকত বিদেশ বস্তুৰেহে ভৰপূৰ। ৰাস্তাত চলা গাড়ীবিলাকো বিদেশৰ পৰা আমদানি কৰা। দুই এখন এম্বেচেদৰ গাড়ীহে দেখিবলৈ পোৱা যায়। ইয়াত সকলো বস্তুৱেই বাহিৰৰ পৰা আমদানি হয়। এইবাৰ পোনে পোনেই ড্ৰাইভাৰজনে আমাক মহামায়াৰ মন্দিৰ দেখুৱাবলৈ লৈ গ'ল। এই মন্দিৰৰ ভিতৰত কোনো বিগ্ৰহ নাই।

এটা টিলাৰ ওপৰত অনেক গছ্-গছনিৰে আবৃত এডোখৰ নিৰ্জন ঠাইত এই মন্দিৰটো। সতীয়ে (দুৰ্গাই) দক্ষ যজ্ঞ ধ্বংস কৰাৰ পাছত মহাদেৱে সতীৰ মৃতদেহ কান্ধত লৈ গোটেই বিশ্ব ব্ৰহ্মাণ্ড ঘূৰি ফুৰাৰ পাছত স্বয়ং বিষ্ণুৱে তেওঁৰ হাতৰ সুদৰ্শন চক্ৰৰ দ্বাৰা সতীৰ দেহ খণ্ড-বিখণ্ড কৰি হিন্দুস্থানৰ ৫১ স্থানত শৰীৰৰ অঙ্গ পতিত কৰিছিল। সতীৰ বাম স্তন নেপালৰ কাঠমাণ্ডুৰ ওচৰত পতিত হৈছিল। এয়েই মহামায়া। ইয়াত দেবীৰ বামস্তন বিদ্যমান। দেবীৰ সেই স্তন এটা সোণৰ মুকুট দি ঢাকি থোৱা অৱস্থাত। শ শ ভক্তবৃন্দই দেবী মহামায়াক পূজা কৰে। আমিও সভক্তিৰে মূৰ দোঁৱাই দৰ্শন কৰি ঘূৰিলো। ইয়াৰ পাছতেই আমি বৌদ্ধ মন্দিৰ চাবলৈ গলো। এই মন্দিৰৰ সোণৰ কলসীটো বহুত দূৰৰ পৰাই জিলিকি থাকে। মন্দিৰটো বৰ ডাঙৰ। ভিতৰত বুদ্ধদেৱৰ সোণৰ মূৰ্তি তপস্যাৰ ভঙ্গীত। বহুত বৌদ্ধ ভিক্ষুকে বাহিৰে ভিতৰে সাঁচিপাতৰ পুথি মেলি গুণগুণাই পঢ়ি থকা দেখা পালো। ওচৰেদি কোনো মানুহ পাৰ হৈ গলেও এওঁলোকে মূৰ দাঙি নাচায়। একেবাৰে কাষতে একেটা শিলৰে তৈয়াৰ কৰা বিষ্ণু মন্দিৰ। মন্দিৰৰ ভিতৰত কৃষ্ণ, সুভদ্ৰা আৰু বলভদ্ৰৰ মূৰ্তি। আমাক ইয়াৰ পিছতে কাঠমাণ্ডুৰ নেচনেল মিউজিয়ামটো দেখুৱাবলৈ লৈ গল। মই ভাৰতবৰ্ষৰ বহুত ডাঙৰ সৰু মিউজিয়াম দেখিলো। গতিকে বৰ ভাগৰ লগাত ফুলনিৰ মাজতে বেঞ্চ এখনত বহি পৰিলো। মোৰ পৰিবাৰ, বোৱাৰী আৰু ডাঙৰ ল'ৰা কৈলাশ তিনিও পোন্ধৰ মিনিটমান মিউজিয়ামখন চাই ঘূৰিল। টেক্সীখনে এইবাৰ আমাক ৰাজপ্ৰাসাদ ৰাজ দৰবাৰ ভৱন দেখুৱালেহি। মাত্ৰ বাহিৰে বাহিৰেহে ইয়াক চাবলৈ সুবিধা পাইছিলো। টেক্সী চালকজনে ভ্ৰমণ শেষ বুলি কৈ টাউনৰ মাজতে থকা ৰাণী পুখুৰীৰ কাষত টেক্সী ষ্টেণ্ডৰ ওচৰত আমাক নমাই দিলেহি। এই ৰাণী পুখুৰীটো কাঠমাণ্ডু চহৰৰ সোঁমাজতে। পূৰ্বতে

হেনো নেপালত ৰাণীসকলে ৰাজত্ব কৰিছিল। পিছে এটা বিশেষ সম্প্ৰদায়ৰ লগত যুদ্ধ হৈ ৰাজ্যখন কাঢ়ি লয়। পোন প্ৰথমবাৰৰ বাবে এগৰাকী ৰাণী ৰাজপাটত বহিছিল। এই সংঘৰ্ষত পৰাজিত হৈ ৰাণীয়ে এটা পুখুৰী খনাই লোকৰ হাতলৈ এই ধন-সোণ এৰি নিদি সকলো এই পুখুৰীত পেলোৱাই দিছিল। তেতিয়াৰ পৰাই এই পুখুৰীৰ নাম হল ৰাণীপুখুৰী। এতিয়া পুখুৰীৰ মাজতে এটা ধুনীয়া মন্দিৰ আৰু পাৰ্ক আছে। তালৈ এখন দলঙৰ সহায়ত পুখুৰীৰ মাজলৈ মানুহ অহা যোৱা কৰাৰ ব্যৱস্থা আছে। ৰাণীৰ প্ৰতিমূৰ্তিখনো এই মন্দিৰৰ ভিতৰত বিদ্যমান। সৰু হলেও ইয়াৰ মছজিদটো বৰ ধুনীয়া। বোধকৰো ইয়াত মুছলমান ধৰ্মীয় মানুহ বৰ কম হব। আগতে উল্লিখিওৱা হৈছে যে নেপালত বিদেশী বস্তুৰেই বজাৰবিলাক ভৰপুৰ। আমি দুটামানু ফাউণ্টেন পেনৰ বাহিৰে একো কিনা নহল। কাৰণ নেপাল-ভাৰত সীমান্ত পাৰ হোৱাৰ লগে লগে কাকৰভিঠাত কাষ্টম (Custom) অফিচৰ মানুহবিলাকে নেপালৰ পৰা ঘূৰা যাত্ৰীসকলৰ টালি-টোপোলাবিলাক তন্ন তন্ন কৰি পৰীক্ষা কৰে যাতে নেপালৰ পৰা একো মাল বাহিৰলৈ আহিব নোৱাৰে।

পিছদিনা অৰ্থাৎ ৩০ এপ্ৰিলৰ দিনা নেপালৰ ৰাজধানী কাঠমাণ্ডু এৰি নিজ দেশলৈ প্ৰত্যাবৰ্তন কৰাৰ ঠিক কৰিলো। আবেলি ৩ বজাত আমি কাকৰভিঠালৈ অহা বাচত বহিলো। দিনৰ পোহৰখিনিত আমি নেপালৰ পাহাৰ পৰ্বত নদ নদী আৰু বিশেষকৈ গাঁওবিলাকৰ সৌন্দৰ্য্য উপভোগ কৰি ঘৰমুৱা হলো। পুৱা চাৰে আঠমান বজাত কাকৰভিঠা পালো। তাতে "কাষ্টম-অফিচাৰ" বিলাকে যাত্ৰীবিলাকৰ মাল-বস্তু খোলাই চাওঁতেই এঘণ্টামান সময় বৰ লগা হ'ল। চাৰে ন বজাৰ লগে লগে আমি আকৌ এখন জীপত উঠি শিলিগুৰিত নামি আগেয়ে থাকি যোৱা দিল্লী হোটেলত দুটা কোঠালী ভাৰালৈ বন্দবস্ত কৰি এক ৰাতি তাতে থকাৰ ঠিক কৰিলো। আগতে দাৰ্জিলিঙলৈ তিনিবাৰমান যোৱাৰ কাৰণে মোৰ অনিচ্ছা সত্বেও বৰ

বোৱাৰীৰ অনুৰোধক্ৰমে পিছদিনা পুনৰ শিলিগুৰিৰ পৰা এপাক ঘোৰাবেই সিদ্ধান্ত কৰিলো। ৰাতিপুৱা ৭ বজাত এখন মিনি বাছত চাৰিওজনেই দাৰ্জিলিং অভিমুখে যাত্ৰা কৰিলো। আমাৰ গাড়ীখন চাৰে ন মান বজাত কাৰ্চিয়াং টাউনত ২০ মিনিটমান ৰাখি দিয়াত তাতেই আটাইকেইজনে চাহ পুৰি আদি খাই ললো। কাৰ্চিয়াং টাউনখন বৰ চাফ-চিকুণ। ইয়াত কেইবাখনো ইংৰাজী মাধ্যমৰ সৰু ডাঙৰ স্কুল আছে। বহুত ঠাইৰ ধনী সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰে। টুং ষ্টেচনটো পোৱাত আমাৰ আটাই-কেইজনকে দেখুৱালো। তাহানি প্ৰথমবাৰ দাৰ্জিলিঙলৈ আহি ডাঃ চেটাৰ্জীৰ ঘৰলৈ ভতুৱা ঘোঁৰাত উঠি কেনেকৈ মাৰ্গেৰেটচ হূপ বাগানখনলৈ গৈছিলো তাৰ এটা বৰ্ণনা দিলো। কিছু সময় ঘোৰাৰ পাছতেই আমি ঘুম পালো। গাড়ীৰ ভিতৰৰ পৰাই বৌদ্ধ মন্দিৰটো দেখুৱালো। দাৰ্জিলিং পালোগৈ দিনৰ ১১ বজাত। গাড়ীৰ পৰা নামিয়েই মোৰ চিনাকি হোটেল স্নৌ ভিউত সোমালোগৈ। গোটেই দিনটো স্নৌ ভিউতে বহি শুই আৰাম কৰিলো। সন্ধ্যা সময়ত মাত্ৰ তললৈ নামি আহি ৰেলষ্টেচনৰ কাষতে থকা এখন ঔষধৰ দোকানৰ পৰা পৰিবাৰৰ কাৰণে মূৰৰ বিষৰ দৰৱ কিনিব লগা হৈছিল। দাৰ্জিলিং ৰেল ষ্টেচনটো সৰু হলেও বৰ ধুনীয়া। অতি চাফ-চিকণকৈ ৰাখে, সন্মুখতে এটা শিৱ মন্দিৰ।

পিছদিনা পুৱা গা-পা ধুই চাৰিওজনেই একেবাৰে কাষতে থকা শিৱ মন্দিৰটোত সেৱা জনালো। তাৰ পাছত খোজ কাঢ়িয়েই বোটানিকেল গাৰ্ডেনখন দেখুৱাবলৈ লৈ গলো। আগতকৈ পাৰ্কখন অতি মনোমোহা হৈছে। ইয়াৰ গছ-গছনিৰ মাজৰ পাৰ্কখনত তিনিটা গ্লাছেৰে নিৰ্মিত ঘৰ আছে। ঘৰ কেইটাৰ ভিতৰত অতি মনোৰমকৈ সজোৱা ফুলৰ বাগান কিছুমান ফুল টাবতো জীয়াই চমৎকাৰকৈ ৰাখিছে। প্ৰায় দুঘণ্টামান সময় বজাৰখনতো ঘূৰা-পকা কৰা হল। তৃতীয়দিনা পুৱাৰ ভাগত এখন টেক্সী লৈ পোনে পোনে টাউনৰ পৰা ১০ কিলোমিটাৰ আঁতৰত থকা তিব্বতীয়া ৰিফিউজী কেম্পটো

চাবলৈ গলোহঁক। এটা ডাঙৰ পাহাৰৰ ওপৰত এই কেম্পটো। ইয়াত শ শ শিশু আৰু অনাথ লোকক আশ্ৰয় দিয়া হৈছে। দালাই লামা পলাই অহাৰ পাছতেই চীনাসকলে তিব্বত আক্ৰমণ কৰিছিল। অনেক পিতৃ-মাতৃহাৰা ল'ৰা-ছোৱালী আৰু অনাথ লোকক এই আশ্ৰমখনত আশ্ৰয় দিয়া হৈছে। ইয়াত গৱৰ্ণমেণ্টৰ ফালৰ পৰা চিলাই কল, উলৰ কাম কৰা সা-সৰঞ্জাম, বেত-বাঁহৰ কাম আদি যাৱতীয় সা-সুবিধাৰ মাজেৰে এই লোকসকলৰ ভৰণ-পোষণ কৰি আছে। তাৰ পৰা নামিয়েই পলো গ্ৰাউণ্ডখন চোৱা হল। ইয়াত প্ৰায়েই ঘোঁৰা দৌৰ প্ৰতিযোগিতা হয়। জু-ল'জিকেল গাৰ্ডেনখনো দেখুৱালো। ইয়াৰ মাজতে এখন সৰু চিৰিয়াখানাও আছে। ইয়াত সুন্দৰবনৰ এহাল ঢেকিয়াপতীয়া বাঘ আছে। বাঘ দুটাক ভালকৈ থুৱাই-বুলাই মানুহৰ আকৰ্ষণ কৰিব পৰাকৈ ৰাখিছে। ইহঁত দুটা পাহাৰৰ ওপৰত চাৰিবেৰাৰ ভিতৰত সুন্দৰকৈ ঘূৰি ফুৰে।

ইয়াৰ পিছতেই দাৰ্জিলিঙৰ পৰা ৰণজিত টাউনলৈ যোৱা পাহাৰৰ ওপৰে ওপৰে যোৱা Ropewayটো দেখুৱালো। সৰু ৰণজিত চহৰখনলৈ এই ৰোপওৱেৰ সহায়ত সকলোবিলাক বস্তু অনা-নিয়া কৰে। মোৰ পৰিবাৰে পিছদিনা পুৱা টাইগাৰ হিলচৰ সূৰ্য উদয় হোৱা দৃশ্যটো চাবলৈ বৰ হেঁপাহ কৰিছিল। কিন্তু বতৰ বেয়া হোৱা কাৰণে হৈ নুঠিল। চাৰিদিন দাৰ্জিলিঙত কটাই চাৰিও বেলত উঠি ঘৰমুৱা হলো।

## গোৱা : বম্বে

দ্বিতীয়বাৰৰ কাৰণে ১৯৮৬ চনৰ জানুৱাৰী মাহৰ ২১ তাৰিখৰ দিনা পুৱা ৭ বজাত বোম্বাই অভিমুখে গুৱাহাটীত বেলত বহিলো। লগত ওলাল মোৰ সুমলীয়া ল'ৰা, বৰ জীয়াৰী, নাতি ল'ৰা আৰু বন্ধুপুত্ৰ শ্ৰীমান হেমন্ত হাজৰিকা। মোৰ এইবাৰ ভ্ৰমণৰ উদ্দেশ্য হল গোৱাখন চোৱা আৰু জাহাজেৰে সমুদ্ৰ যাত্ৰা। পিছদিনা হাওৰা পাই

পাঁচ ঘণ্টাৰ কাৰণে শ্ৰীমতীৰ সৈতে প্ৰথম শ্ৰেণীৰ বিশ্ৰাম কক্ষত বিশ্ৰাম কৰিলো। বাকীকেইজন হাওৱা নগৰখন চাবলৈ গ'ল। সন্ধ্যাৰ লগে লগে আটাইকেইজন মিলিত হৈ "গীতাঞ্জলি" এক্সপ্ৰেছত আমাৰ সংৰক্ষিত আসনত বহি পৰিলো। ২৩ জানুৱাৰীৰ দিনা ৰাতি ১১ বজাত (ভিক্টোৰিয়া টাৰমিনাচ) বোম্বাইত ৰেলৰ পৰা নামি পৰিলোহঁক। মোৰ জী-নাতি শ্ৰীমতী কলী বৰোদাৰ পৰা আহি আমাক লগ ধৰি সকলো সুবিধা কৰি দিবৰ কাৰণে বোম্বাই ষ্টেচনত বৈ আছিল। শ্ৰীমতী কলী বৰোদাত বৰ্তমান গাৰ্হস্থ্য বিজ্ঞান পঢ়ি আছে। বোম্বাই ষ্টেচনৰ ওচৰতে কলীয়ে ৰেলওৱে নামৰ হোটেলটোত এটা ডাঙৰ চাৰিখন বিচনাযুক্ত কোঠালা ঠিক কৰি থৈছিল। আমি খোজ কাঢ়িয়েই আটাইকেইজন হোটেলত সোমালো। ৰাতিটো বেচ আৰামেৰে থকা হল। পিছদিনা পুৱা ৮ বজাৰ লগে লগে আৰব সাগৰৰ পাৰত থকা ইণ্ডিয়া গেট পালোগৈ। তাতে কিছুমান খোৱা বস্তু কিনি লৈ আটাইকেইজনেই "এলিফেণ্টা কেভ" চাবৰ কাৰণে এখন লঞ্চত উঠি পৰিলো। আৰব সাগৰৰ মাজৰ এই দ্বীপটোলৈ মাত্ৰ এঘণ্টাৰ জলপথ। বৰ আনন্দৰে সিহঁতক লগত লৈ দ্বিতীয়বাৰৰ কাৰণে দ্বীপৰ চৰিওফালে ঘূৰা-ফিৰা কৰিলো। মহাভাৰতৰ যুগৰ সদাশিৱৰ ৯টা ভঙ্গীত থকা শিৱ মূৰ্তিবিলাক দেখুৱালো। শ্মশানাধিপতি অৰ্দ্ধ-নাৰীশ্বৰ শিৱৰ মূৰ্তিটো দেখি আটাইকেইজন আনন্দ আৰু কৌতুকত আপ্লুত হল। এই কৌটিকলীয়া শিৱৰ মূৰ্তিটো অতি আকৰ্ষণীয়। আগৰবাৰ মোৰ বোম্বাই ভ্ৰমণত সেই কথা ব্যাখ্যা কৰা হৈছে গোটেই ভাৰতবৰ্ষতে বহুত ঠাইত শিৱ দৰ্শন কৰিছো কিন্তু কোনো ঠাইত অৰ্দ্ধ নাৰীশ্বৰ শিৱমূৰ্তি দৰ্শন পোৱা নাই। এই দ্বীপটোতেই পঞ্চপাণ্ডৱে অজ্ঞাতবাস কৰি আছিল। তেতিয়াই তেওঁলোকে এই মূৰ্তিবিলাক সাজিছিল। পাহাৰৰ ওপৰৰ এই গুহাটোৰ কাষতে এটা শিলৰেই পাৰ বন্ধোৱা পুখুৰী। পানী অতি নিৰ্মল। শিলৰ মাজতে পাণ্ডৱসকল থকা কোঠালীকেইটা।

প্ৰায় ৪ ঘন্টা ঘুৰি পকি এটা পাৰ্কৰ মাজত বহি লৈ আটাইকেইজনেই দুপৰীয়াৰ আহাৰ কৰিলো। প্ৰায় ৫ বজাত আমি পুনঃ ঘূৰি আহি বোম্বাই চহৰ পালোহি। সেইদিনা সন্ধ্যা অলপ খোজ কাঢ়িয়েই ঘুৰি হোটেলত সোমালোঁগৈ। পিছদিনা পুৱা গা-পা ধুই অলপ খাই বৈ লৈ এখন টুৰিষ্ট বাছেৰেই বোম্বাই চহৰখন ফুৰাৰ ঠিক কৰি ললো। মই ইয়াৰ আগৰবাৰতেই ইয়াত ১১ দিন থাকি সকলোবিলাক ফুৰি-চাকি গৈছো। পুৱা ৮ বজাৰ লগে লগে আমাৰ আটাইকেইজনকে টুৰিষ্ট বাছখনে উঠাই ললেহি। ইণ্ডিয়া গেটৰ পৰাই তেওঁলোকে ভ্ৰমণকাৰীসকলক বোম্বাইৰ আকৰ্ষণীয় স্থান দেখুৱাবলৈ আৰম্ভ কৰিলে। সাগৰৰ পাৰে পাৰে অগ্ৰসৰ হৈ মেৰাইন ড্ৰাইভ দেখুৱাই, হেংগিং গাৰ্ডেন, একিউৰিয়াম আদি দেখুৱালে। এপাক মালয়াৰ হিলৰফালেও বাছখনে আমাক লৈ গল। ইয়াত চিত্ৰ তাৰকাসকলৰ বাসস্থান। জুহু বিচ্ চৈলে নি সাগৰৰ ঢৌৱে খেলি থকা মুকলি ঠাইখিনিও দেখুৱালে। ঘূৰি আহোতে চাণ্টাক্ৰুজ বিমান বন্দৰ খনো চোৱা হল। ১৫ জানুৱাৰীৰ দিনা সন্ধ্যা আমি শ্ৰীমতী কুলীৰে সৈতে সাতজনেই শাত-তাপ নিয়ন্ত্ৰিত বাছত বহি গোৱা অভিমুখে যাত্ৰা আৰম্ভ কৰিলো। সন্ধ্যা ৬ বজাৰ লগে লগে বাছৰ ভিতৰতে আৰম্ভ হল ভিডিঅ' (VDO) কথাছবি। ইংৰাজী আৰু হিন্দী মিহলি ছবিখনৰ নামটো আছিল Around the world in twenty days। চিনেমাখনৰ গল্পটো বেচ ভালেই লাগিল। পুৱা চাৰে আঠ বজাত আমি গোৱাৰ ৰাজধানী "পানাজিম"ত উপস্থিত হলোঁহঁক। বাছৰ পৰা নমাৰ লগে লগে এখন টেক্সী আহি আমাৰ ওচৰত ৰলছি। ভাৰা আদি ঠিক কৰাৰ পাছতে ওচৰতে 'হলিডেহম' নামৰ লজখনলৈ আমাক লৈ গল। আমি তিনি তলাৰ ওপৰৰ এটা ডাঙৰ কোঠালী অধিকাৰ কৰি সোমালো। "মিৰামা"* বিচচৰ নিচেই কাষৰ ধেমবি কলেজৰ কামতে। পিছদিনা আছিল গণতন্ত্ৰ দিৱস।

* বিচচৰ শব্দৰ অৰ্থ—সমুদ্ৰৰ পাৰত বহি সৌন্দৰ্য্য আদি উপভোগ কৰা স্থান।

বৰ মনত পৰিল এইবাৰৰ গণতন্ত্ৰ দিৱসটোলৈ। কাৰণটো হল এইবাৰ অসম গণ পৰিষদ চৰকাৰৰ মন্ত্ৰীসকলে গুৱাহাটী, তেজপুৰ আদিত জাতীয় পতাকা উত্তোলন কৰি অসমীয়া ৰাইজৰ আগত ভাষণ দিব। মোৰ ডাঙৰ ছোৱালী শ্ৰীমতী বেণুৱেও গুৱাহাটী জজ ফিল্ডত শ্ৰীপ্ৰফুল্ল মহন্তই পতাকা উত্তোলন কৰিব বুলি হা-হুমুনিয়াহ কাঢ়িলে। গোৱাত কিন্তু একো উলহ-মালহ হোৱা পৰিলক্ষিত নহল। চাহ জলপান খোৱাৰ পাছতে মোৰ সৰু লʼৰা আৰু তেওঁৰ বন্ধু হেমন্ত বাহিৰলৈ ওলাই গল। খন্তেক পাছতে ঘূৰি আহি আমাক খবৰ দিলেহি যে ৯ বজাত আমাৰ লগত "হলিডে হম"লৈ এখন টুৰিষ্ট বাছ আহি গোটেই গোৱাখন দেখুৱাবলৈ আমাক লৈ যাবহি। লৰালৰিকৈ আমি পিন্ধি উৰি অন্য যাত্ৰীৰ লগতে ৯ বজাত বাছ-খনত বহিলো। বাছখনে আমাক প্ৰথমতে সাগৰৰ সৌন্দৰ্য্য চাবৰ কাৰণে ডনা-পাউলা ( Dona Powla ) বিচ্ চলৈ লৈ গল। পোন্ধৰ মিনিট সময়ৰ কাৰণে বাছৰ পৰা সকলো যাত্ৰীকে নামিবৰ কাৰণে অনুৰোধ কৰিলে। লগে লগে বাছৰ কণ্ডাক্টৰজনে ডনা-পাউলা বিচ্ চটোৰ নাম কিয় হল বুজাই কলে। কথাটো এনে ধৰণৰ। ডনা আৰু পাউলা এহাল যুৱক-যুৱতী—পাউলা ছোৱালীজনী এজন অতি আঢ্যৱন্ত লোকৰ ছোৱালী। কিন্তু ডনা আছিল একেবাৰে গৰীবৰ সন্তান। দুয়ো দুয়োৰে প্ৰেমপাশত আৱদ্ধ হল। কিন্তু ছোৱালীৰ দেউতাক কোনোপধ্যে বিবাহত মান্তি নোহোৱাত এদিন সন্ধ্যা সময়ত দুয়ো ডিঙিত ধৰাধৰি কৰি সাগৰত জাপ দি ইহ-লীলা সম্বৰণ কৰিলে। মনৰ দুখত পাউলাৰ পিতৃয়ে কৌটি টকা খৰছ কৰি সাগৰৰ পাৰৰ এই ঠাই টুকুৰা কেইবাটাও ওখ স্তম্ভ সাজি যুগমীয়া কৰি ৰাখিলে। আমাৰ বাছ পুনঃ অগ্ৰসৰ হল পুৰণা গোৱালৈ। আলিৰ দুয়োকাষে ইমান নাৰিকলৰ গছ দেখি স্তম্ভিত হলো। পুৰণা গোৱা পায়েই আমাক নমাই দিলেগৈ দুটা অতি প্ৰাচীন গীৰ্জাৰ মাজত। ভাৰতৰ ভিতৰত ইমান ডাঙৰ

গীর্জা বোধহয় নাই। এই গীর্জা ছুটা ১৫০০ শতাব্দীত নির্মাণ কৰা হৈছিল। অতি মনোৰম গীর্জা ছুটা। ছুয়োটা গীর্জাৰ ভিতৰ সোমাই ঘূৰিলো। প্রথম ডাঙৰ গীর্জাটোৰ এশ ফুটমান ওপৰত দেখিবলৈ পালো ধর্মযাজক চেন্ট ক্রেঞ্চিচৰ জীৱন অৱসান হোৱা সম্পূর্ণ দেহাটো; সুন্দৰকৈ কাপোৰ-কানি দি শুৱাই থোৱা অৱস্থাত। এই "মমী"টো চাৰি শ বছৰৰ আগৰ বুলি গাইডজনে আমাক জনালে। প্রায় এঘণ্টা সময় আমি গীর্জা ছুটাত ঘূৰিলো। ইয়াৰ কাৰুকার্য্য আৰু বাহিৰৰ আটক ধুনীয়াকৈ সজোৱা ফুলনি আৰু পার্ক কেইখন চাই বৰ আনন্দ লভিলো। ইয়াৰ পাছতেই আমাক "মাৰ গোৱা" চহৰ চাবলৈ লৈ গল। পর্টুগীজ সকলে সজা প্রাচীন ঘৰ-ছুৱাৰেৰে অতি মনোমোহা চহৰখন। তাত আমাক এটা সৰু শিৱ মন্দিৰ দেখুৱালে। ইয়াৰ পৰা ছুই কিল' মিটাৰ আঁতৰত থকা এটা বিষ্ণু মন্দিৰলৈ আমাক লৈ গল। ইয়াত আমি এটা নতুন বস্তু দেখাৰ ভাগ্য হল যে ইয়াত বিষ্ণুৱে মোহিনী ৰূপত বিৰাজ কৰি আছে। ছুপৰীয়া আহাৰৰ কাৰণে আমাৰ গাড়ী আধা ঘণ্টামান এই মন্দিৰৰ সন্মুখতে ৰাখি দিলে। ইয়াত ফল-মূল, ডাবৰ পানী আদি যথেষ্ট পৰিমাণে পোৱা যায়। ইয়াৰ পৰা আমাক "মাৰ গোৱা বিচ্চ"লৈ লৈ গল। ই এখন বন্দৰৰ নিচিনা স্থান। ইয়াত বহুত দেশী, বিদেশী জাহাজ দেখিবলৈ পালো। ওচৰৰে সৰু পাহাৰখনৰ শিলৰ ভিতৰৰ পৰা মেঙ্গানিজ গুড়ি কৰি মাটি ভাগ আঁতৰাই লোহাৰ গুড়িবিলাক মেচিনেৰে আহৰণ কৰা দেখা পালো। পাহাৰ সদৃশ লোহাৰ গুড়ি-বিলাক জমা হৈ থকা দেখিলো। এই লোহাৰ গুড়িবিলাক লোহা প্রস্তুত কৰিবৰ কাৰণে শতকৰা ৭৫ ভাগ জাপানলৈ ৰপ্তানি কৰে। কাৰখানাটো ভূ-ভাগৰ পৰা বহুত তলত। ওচৰ চপাৰ কোনো সুবিধা নাই কাৰণে বিশেষভাৱে অধ্যয়ন কৰাত অসুবিধা হল। তাৰ পৰা ঘূৰাই পকাই আমাক "কালোৱা" বিচ্চ দেখুৱালে। এই

বিচচ্খন অতি মনোৰম। পৃথিবীৰ ভিতৰতেই এইখন দ্বিতীয় বৃহৎ বিচ্চ (B‹ach)। ইয়াৰ কাষেদিয়েই আমাক আনি জুৱাৰী নগৰ সুমুৱালেহি। ইয়াত এটা বৃহৎ সাৰৰ কাৰখানা আছে। ওচৰতে থকা বিৰলা মন্দিৰটোত খন্তেক সময়ৰ কাৰণে সোমোৱা হল।

গোৱাখন সাগৰৰ পানীয়ে দুভাগত বিভক্ত হৈছে। মাজতে এখন প্ৰকাণ্ড দলং। শৰাইঘাটৰ দলংখনতকৈও এই দলংখন বেছি দীঘল হব। এই সেতুৰ নাম পাণ্ডৰী ব্ৰিজ। ১৯৭২ চনত হে এই দলংখন তৈয়াৰ হৈছিল। আগতে ইয়াত ফেৰি জাহাজেৰেহে পাৰাপাৰ হৈছিল। দলংখন পাৰ হৈ আমাৰ বাচখন উত্তৰ গোৱালৈ যাত্ৰা কৰিলে। আমাক পোনে পোনে নি পাহাৰৰ মাজত এটা জলপ্ৰপাত দেখুৱালে। জলপ্ৰপাতটোৰ নাম আছিল "হাৰজলেম"। জলপ্ৰপাতটোৰ মাজত সকলো সময়তে ৰামধেনুৰ নিচিনা সাতটা ৰং দেখিবলৈ পোৱা যায়। ওচৰতে "মায়াম" হ্ৰদটো আৰু কিছু আঁতৰতে পাণ্ডৰী গুহা। গুহাৰ ভিতৰলৈ আমাৰ সোমোৱা নহল। আকৌ আমাৰ বাছ চলিল "ভগতৰ" বিচচ্লৈ। এই ঠাই ডোখৰ চিনেমা চুটিংঅৰ কাৰণে প্ৰসিদ্ধ। ওচৰতে "চাবাৰা" দুৰ্গ। আমি আকৌ অগ্ৰসৰ হলো "অঞ্জনা" বিচচৰ ফালে। এই ঠাই ডাঙৰ ডাঙৰ শিলৰে ভৰা। সাগৰৰ কাষলৈ মানুহ যোৱা দুঃসাধ্য। অৱশ্যে শিলবিলাকত পানীৰ খুন্দা পৰাত সাগৰৰ দৃশ্য চাবলৈ অতি মনোৰম। ওচৰতে পাহাৰৰ দাঁতিত চেণ্ট্ৰেল জেইলখন। "আগোৱাদা" নামৰ পৰ্তুগীজ সকলে তৈয়াৰ কৰা কোঠটোও ইয়াৰ ওচৰতে। চাৰিও ফালে শিলৰ দেৱাল। বৰ মজবুতকৈ এই কোঠ নিৰ্মাণ কৰা হৈছিল। চাৰি বজাৰ লগে লগে বাছখন ঘূৰি আহি আমাক "ধেমৰী" কলেজৰ কাষত থকা হলিডে হমত নমাই দিলেহি। পিচদিনা পুৱা আমি বম্বেলৈ যোৱা জাহাজৰ অনুসন্ধান কৰি আটাই কেইজনেই এখন টেক্সী ধৰি "ফলজো"

বীচ্চ পালোগৈ। এই ঠাইখন ব্যৱসায় বাণিজ্যৰ ফালৰ পৰা অতি ব্যস্ততাপূৰ্ণ। বোম্বাইলৈ যোৱা জাহাজ ইয়াৰ পৰাই অহা-যোৱা কৰে। আমি আগতীয়াকৈ সাতখন বোম্বাইৰ টিকট কিনি পেলালো। ২৯ জানুৱাৰীৰ দিনা পুৱা আমি কলম্বো বিচ্চ পোৱাৰ লগে লগে বোম্বাইৰ পৰা অহা "কোকন সেৱক" নামৰ জাহাজখন ঘাট চাপিলহি। ইমান ডাঙৰ জাহাজ প্ৰথম দেখা পালো। প্ৰায় দুই আঢৈ হাজাৰ যাত্ৰী পাৰলৈ নামিল। জাহাজখনত বোম্বাইলৈ যোৱা যাত্ৰীও প্ৰায় ভেনেকুৱাই হব। এটা মতদুৰ আহি আমাক জনালেহি যে ৫০ টকা দিলে সি আমাক বহা-মেলাৰ সুন্দৰ স্থান ঠিক কৰি দিব। নহলে আমাৰ বৰ অসুবিধা হব। কথাটো চিন্তা কৰি বিশ টকাত মান্তি কৰালো। জাহাজখন কাষ চপাৰ লগে লগে সি আমাৰ পৰা দুখন কম্বল লৈ জাহাজৰ ভিতৰত জপিয়াই পৰিল আৰু লগে লগে এডোখৰ সুন্দৰ ঠাইত কাপোৰ কেইডোখৰ পাৰি দিলে। আমিও লাহে ধীৰে মাজৰ ডেকত উঠি পৰিলো। জাহাজখন তিনি তলাৰ। ঠিক চাৰে ন বজাত আমাৰ জাহাজে দীঘলীয়া উকি মাৰি মহাসমুদ্ৰৰ বুকুভেদ কৰি বোম্বাই অভিমুখে গতি কৰিলে। জাহাজৰ ভিতৰত বৰ আনন্দৰ মাজেৰে দিনটো অতিবাহিত হল। কাৰণ আটাই কেইজনৰ কাৰণেই ই নতুন অভিজ্ঞতা। সন্ধ্যাৰ লগে লগে দিনমণি সাগৰৰ সাগৰৰ বুকুত অস্ত যোৱা দৃশ্যটো যে কেনে বিতোপন আছিল। ৰাতিটো জাহাজৰ লাইটবিলাকৰ বাহিৰে জলতেই আছোনে স্থলতেই আছো একো উমান নাপালো। পুৱা আকৌ সেই একে সূৰ্য্য উদয়ৰ দৃশ্য—যেন মহাসমুদ্ৰৰ বুকুফালিহে ভেওঁ উদিত হৈছে। পুৱা কিছুমান মাছমৰীয়া নাও শাৰী পাতি যোৱা দেখা পাইছিলো। "চি-গাল" (Sea gull) নামৰ এবিধ বগা পাতিহাঁহৰ নিচিনা চৰায়ে নাও বিলাকৰ পৰা মাছবিলাক থপিয়াই নিয়া দৃশ্য অতি মনোৰম। পুৱা দহ বজাৰ লগে লগেই আমি বোম্বাইৰ জাহাজৰ পৰা নামি পৰিলো। পোনে

পোনেই আমি এখন টেক্সী ধৰি বোম্বাই চেণ্ট্ৰেল ষ্টেচনলৈ গুচি গলো। খবৰ কৰি জানিব পাৰিলো যে বৰোদালৈ যোৱা ৰেলখন ১২ বজাত হে এৰিব। ষ্টেচনৰ ওৱেটিং ৰুমতে আমি ভালকৈ গা-পা ধুই কিছু চাহ পুৰি খাই সবল হৈ ললোহঁক। পশ্চিম এক্সপ্ৰেছ নামৰ ৰেলখনত ১২ বজাত উঠি লোৱা হল বৰোদালৈ। ৩০ তাৰিখে ৰাতি ৯ বজাত বৰোদা ষ্টেচন পাই ওচৰৰে "মমতা" নামৰ হোটেলখনত সোমালোঁ। নাতিছোৱালী শ্ৰীমতী ৰুলী পিচদিনা পুৱা আমাৰ লগৰ পৰা হোষ্টেললৈ গ'ল। ৰুলীৰ স্থানীয় (লোকেল) অভিভাবক শ্ৰীশঙ্কৰ দয়াল ভট্টৰ লগত দেখা হয় হোটেল "মমতা"ত। তেখেত গড়কাপ্তানী বিভাগৰ কাৰ্য্যবাহী অভিযন্তা। তেখেত আবেলি সময়ত আহি আমাক চৰকাৰী "ৰেষ্ট হাউচ'লৈ লৈ গলহি। তেখেতে আমাক বৰোদাত থকা দুদিন যি সুবিধা কৰি দিলে জীৱনত পাহৰিব নোৱাৰিম। পিচদিনা আকৌ তেখেতৰ পৰিবাৰৰে সৈতে আমাক লগ ধৰিলেহি। ৰাতি হোষ্টেলৰ কেইগৰাকীমান অসমীয়া ছাত্ৰীয়ে মোৰ পৰিবাৰ আৰু ডাঙৰ ছোৱালী শ্ৰীমতী ৰেণুক তেওঁলোকৰ কলেজ হোষ্টেললৈ লৈ গলহি। মই বজাৰলৈ গৈ ৰৌ মাছ ডেৰ কিলো মাত্ৰ বাৰ টকাত কিনি মালিৰ হাতত পঠাই দিলো। ৰাতি দুজনী ছোৱালী লগত লৈ নাতি-ছোৱালীয়ে বিলাহী, ধনীয়া পাত দিয়া আঞ্জাৰ সৈতে আমাৰ আটাইকেইজনক ভাত দি গলহি। পিছদিনা ৯ মান বজাত অ, এন, জি, চিৰ ফালে ফুৰিবলৈ গলোহঁক। যোৰহাটৰ এ, চি, বৰুৱাৰ চৰকাৰী ঘৰ ওলালোগৈ। লগত শ্ৰীমতী ৰুলীও গৈছিল। তাইক তেওঁলোকে নিজৰ ছোৱালীৰ নিচনাকৈ মৰম কৰে। দুপৰীয়া তাতে ভাত পানী খোৱা হল। বৰোদা টাউনৰ মাজতে এটা বৃহৎ পুখুৰী। ইয়াক তাৰ মানুহে সুৰ সাগৰ বোলে। এখন এম্বেছেদৰ গাড়ী ভাৰা কৰি লৈ গোটেই বৰোদা চহৰখন ঘূৰি পকি চোৱা হল। শ্ৰীভট্টক

আমি তাৰ পৰাই জয়পুৰ হৈ আহমেদাবাদলৈ আমাৰ লগত যাবৰ কাৰণে অনুৰোধ কৰিলো। শ্ৰীভট্টৰ ভনী জোৱায়েক আহমেদাবাদৰ এজন ডাক্তৰ। দিল্লীৰ পৰা ৭ ফেব্ৰুৱাৰী তাৰিখেহে আমাৰ তিনি-চুকীয়া মেইলত গুৱাহাটীলৈ ঘূৰা বিজাৰ্ভেচন আছিল। আহমেদা-বাদত দুদিনমান থকাৰ চিন্তা কৰিলো। আমাৰ অনুৰোধ ক্ৰমেই শ্ৰীভট্ট আমাৰ লগতে আহমেদাবাদলৈ ওলাল।

## আহমেদাবাদ

বৰোদাৰ পৰা ৰেল যোগেই এক তাৰিখে দিনৰ এঘাৰ বজাত আহমেদাবাদ পালোগৈ। শ্ৰীভট্টই আমাক এখন টেক্সীত উঠাই দি আকৌ আমাক চৰকাৰী ৰেষ্টহাউচ এটালৈ লৈ গ'ল। তেওঁৰ লগতেই আমি আহমেদাবাদত দুদিন থাকি গোটেই চহৰখন ভালদৰে ফুৰিলো। চহৰৰ টেলিফোনৰ তাঁৰ আৰু বিজুলীৰ তাৰবিলাকত লাখ লাখ পুৰণা চিলাবিলাক দেখি আচৰিত হলো। আমাৰ মাঘৰ বিহুৰ দিনা আহমেদাবাদত লৰা-ছোৱালী বুঢ়া-ডেকা সকলো মানুহেই সেইদিনা টোত চিলা উৰুৱাই বৰ ফূৰ্তি কৰে। কেইবাদিন আগৰপৰাই এই চিলাবিলাক প্ৰস্তুত কৰা হয়। গুজৰাটৰ মাজেদি সবৰমতী নৈখন বৈ গৈছে। নদীখন বৰ ডাঙৰ নহয়। সবৰমতী নৈৰ পাৰতে থকা জাতিৰ পিতা মহাত্মাগান্ধীৰ "সবৰমতী আশ্ৰমখন" চাই বৰ আনন্দ উপভোগ কৰি-লোইক। আশ্ৰমখনত বৰ ডাঙৰ ঘৰ-দুৱাৰ নাই। আগৰ তেওঁ প্ৰাৰ্থনা কৰা ঘৰ বিলাকককে বেচ ৰক্ষণাবেক্ষণ দি ৰাখিছে। যি জোপা মহানিম গছৰ তলত বহি মহাত্মাজীয়ে সদায় প্ৰাৰ্থনা কৰিছিল সেই গছজোপা পকাৰে বন্ধাই এখন ধুনীয়া বেদী তৈয়াৰ কৰি ৰাখিছে। মহাত্মাগান্ধীৰ শোৱা কোঠালী, বন্ধা-বঢ়া ঘৰ, আৰু লিখা-পঢ়া কৰা কোঠা আদি সকলো পৰিপাটীকৈ ৰখা হৈছে। বিদেশৰ পৰা যি সকল নেতা আহি তেওঁৰ লগত আলাপ আলোচনা কৰিছিল সেই কোঠা আৰু বহা আসন ঠিক তেনেভাবেই আছে। কস্তুৰীবাঈ শোৱাকোঠাত বিছনা আদি

সকলো তেনেভাবেই আছে। কোনো বস্তুৰ লৰচৰ নাই। কেইজনমান মানুহে যতৰত সূতাকাটি থকা দেখিলো। সবৰমতী আশ্ৰমখন চোৱা শেষ কৰি আমি আটাইকেইজনক চৰ্দাৰ বল্লভভাই পেটেলৰ ঘৰটো সোমালোগৈ। বৰ্তমান ঘৰটো এটা মিউজিয়ামত পৰিণত হ'ল। ইযাত থকা গীতামন্দিৰটো চালো। বেছ আকৰ্ষণীয়। মহানগৰীৰ মাজত এটা ডাঙৰ পুখুৰী আছে। শত মানুহবিলাকে নাওত উঠি আমোদ কৰে, লগত কেইবাখনো পাৰ্ক আৰু দুয়োপাৰে দোকান বজাৰবিলাক বহে। আহমেদাবাদ চহৰখন কাপোৰৰ কলৰ কাৰণে বিখ্যাত। চহৰৰ ভিতৰতে প্ৰায় ১৫/১৬ টা মান কাপোৰৰ কল।

## জয়পুৰ

চাৰি ফেব্ৰুৱাৰীৰ দিনা পুৱা আমি ৰেল যোগেই জয়পুৰ ( ৰাজস্থানৰ ৰাজধানী ) অভিমুখে ৰাওনা হলো। ৰাজস্থান প্ৰদেশখন গোটেই শিলাময় ঠাই। বহু ঠাই শিলৰ পাহাৰেই আবৃত। বাটত আমি মাৰোৱাৰ, আজমীৰ আদি কেইবাটাও ডাঙৰ ষ্টেচন পাই গৈছিলো। ওচৰে পাজৰে কেইবাটাও শিলচুণ তৈয়াৰ কৰা কাৰখানাও পাই গৈছিলো। আমি জয়পুৰ পাওঁতে ৰাতি আঠে বাজিল। ৰাতিটোৰ অৱশিষ্ট অংশ আমি ৰেলৰ বিশ্ৰাম কক্ষতে কটালো। পুৱা এখন টেক্সী ধৰি "চান্দপুল" গেটৰ কাষতে থকা, আগ্ৰৱালা সেৱা সদন পালোগৈ। চান্দপুল গেটৰ ওচৰতে এটা "হনুমানজীৰ" মন্দিৰ আছে। ইযাৰ মানুহবিলাক বেছ ধাৰ্মিক। বস্তুৰ দাম আদি অন্য চহৰ আদিতকৈ বেছ কম। উৎকৃষ্ট গাখীৰ, ঘি আৰু মিঠাই আদি বহু পৰিমাণে ইয়াত পোৱা যায়। মোৰ পৰিবাৰে চানাৰ মিঠাই আৰু গাখীৰ, দৈ আদি মনৰ হেপাহৰে খাই ললে। গোটেই ৰাজস্থানখনত চৰকাৰে খেতি বাতিৰ কাৰণে বৰ জোৰ দিয়া দেখা গ'ল। সৰিয়হ, ঘেঁহু, কপাহ প্ৰচুৰ পৰিমাণে কৰিবলৈ মানুহক বৰ জোৰ দিয়া অনুভৱ হল।

ভবা নাছিলো যে এই মৰুভূমি সদৃশ দেশখনত এনেকৈ খেতি হয়। অৱশ্যে ধান খেতি কৰা কতো দেখা নাপালো। শিলৰ দেৱ-দেৱতাৰ মূৰ্ত্তি-বিলাক তৈয়াৰৰ কাৰণে জয়পুৰ জগৎ বিখ্যাত। গোটেই পৃথিৱীলৈ ইয়াৰ পৰাই মূৰ্ত্তি-বিলাক ৰপ্তানী হয়। মাৰ্ব্বল পাথৰৰ কাৰখানা ইয়াত আছে। ৫য় ফেব্ৰুৱাৰীৰ দিনা পুৱা এখন টেক্সী ধৰি গোটেই জয়পুৰখন ফুৰিবলৈ ওলালো। জয়পুৰ চহৰৰ মাজতে থকা গুবিন্দজীৰ মন্দিৰটো আমাক দেখুৱালে। ৰাণাপ্ৰতাপ সিং, মানসিং, জয়সিং আদিৰ ৰাজপ্ৰাসাদ চাবলৈ আমাক লৈ গ'ল। এই ৰাজপ্ৰাসাদবিলাক চুণ চুৰ্কি দি তৈয়াৰ কৰা। নগৰখনৰ পৰা দহ কিল' মিটাৰমান আতৰত ওখ পাহাৰৰ ওপৰত এই মহল বিলাকলৈ ঘূৰি ঘূৰি উঠিব লাগে। তলৰ পৰা ওপৰলৈ যাবৰ কাৰণে হাতীও ভাৰাত পোৱা যায। বস্তুত মানুহে হাতীৰ পিঠিত বহিও সৌন্দৰ্য্য উপভোগ কৰে। প্ৰকাণ্ড এটা পুখুৰীৰ মাজত আছে "জলসেৰ"*। ইয়াত ৰজা ৰাণী সকলে গৰম দিনত আৰাম কৰিছিল। ৰাণা সকলৰ হাৱা মহললৈ আমাক এজন গাইডে লৈ গ'ল। এই অট্টালিকাটো বৰ ওপৰত কিন্তু ঘূৰি ঘূৰি উঠিব লগা হোৱাত বেছি ভাগৰ নেলাগিল। ৰাণা প্ৰতাপ সিংহৰ ৰাজপুৰীও চালো। সঁচাকৈয়ে পৃথিবীৰ সকলো সুখ সম্ভোগ এওঁ-বিলাকেই কৰিছিল। ৰাণাৰ সমাধি স্থল ৰাজপুৰীৰ কাষতে। প্ৰায তিনিঘণ্টা সময আমাৰ এই ৰাজপুৰী আদি চাওঁতেই গ'ল। আমালৈ অপেক্ষা কৰি থকা টেক্সীখনত পুন: উঠি লৈ জযপুৰৰ মিউজিযামটো চাবলৈ আহিলো। মিউজিযামটো বৰ ডাঙৰ নহয়। যদিও তাত থকা দুটা শিলৰ বাকচত ১২৭৫ বছৰৰ আগৰ "মমী" (Mummified body) চাব লগীযা। সম্ভৱ মমী দুটা মিচৰ দেশৰ। তাৰ পৰা ঘূৰি ৫ বজাৰ লগে লগে আমি আগ্ৰবালা সেবা সদনলৈ ঘূৰি আহি ৰাতিটো কটাই দিলো। সাত ফেব্ৰুৱাৰীৰ দিনা পুৱা এখন যাত্ৰীবাহী বাচত বহি ১১ বজাত নতুন দিল্লী পালোহি। দিল্লীলৈ কেইবাবাৰো অহাৰ কাৰণে আৰু ফুৰা নহল। আমাৰ কাৰণে সাত তাৰিখেই

* পুখুৰীৰ পানীৰ মাজত থকা বিশ্ৰাম কক্ষ।

ৰাতি দহ বজাত তিনিচুকীয়া মেইলত মোৰ এজন বন্ধুৱে বিজাৰ্ভেচন কৰি থৈছিল। মোৰ পৰিয়াৰ আৰু বাকী আটাইকেইজনকে নিউ দিল্লী ষ্টেচনৰ এখন লজত জিৰণি লবলৈ সুমুৱাই দি দিল্লীৰ কেৱল-বাগত থকা বন্ধুজনৰ ঘৰলৈ মই নিজে গৈ টিকট কেইখন সংগ্ৰহ কৰিলো।

সাত ফেব্ৰুৱাৰীৰ দিনা ৰাতি বেলত উঠি ৯ তাৰিখে গুৱাহাটী পাই এইবাৰলৈ ভ্ৰমণৰ সামৰণি মাৰিলো।